# কাপুৰুষ মহাপুৰুষ

( কোনো খেদ নাই + নজলা ধূপৰ ইতিকথা )

পদ্ম বৰকটকী



মিত্ৰ এজেন্সি এণ্ড কোং
[illegible] : [illegible]

KAPURUSH MAHAPURUSH : A Twin Assamese Novel, Written by Padma Barkataki and Published by Narendra Nath Das, on behalf of M/s. Mitra Agency & Co., Tinsukia Second Published : February 1984 : **Price Rupees Twenty only.**

---

॥ প্ৰথম প্ৰকাশ : নৱেম্বৰ, ১৯৮৩ চন
॥ দ্বিতীয় প্ৰকাশ : ফেব্ৰুৱাৰী, ১৯৮৪

তিনিচুকীয়াৰ 'মিত্ৰ এজেঞ্চি এণ্ড কোং'-ৰ হৈ শ্ৰীনৰেন্দ্ৰ নাথ দাসৰ দ্বাৰা প্ৰকাশিত আৰু কলিকতাৰ ৮৩-বি, বিবেকানন্দ ৰোডৰ 'ভাস্কৰ প্ৰিণ্টাৰ্চ'ৰ শ্ৰীৰণজিৎকুমাৰ [illegible]ৰ দ্বাৰা মুদ্ৰিত। প্ৰচ্ছদপট : গণেশ বসু।

মূল্য—কুৰি টকা

ৰুচি, উৎসাহ, ব্যস্ততা
আৰু সহৃদয়তাৰে
মানুহৰ মন কিনিব পৰা
মৰমৰ পৰিক—
( শ্ৰীমান পৰিব্ৰজজীৱন বৰুৱাক )

—পম্ম দাদা।

## আঁৰৰ কথা ঃ

অসমত মহাপুৰুষ শ্ৰীশ্ৰীশংকৰদেৱৰ যুগান্তকাৰী বৈষ্ণৱ আন্দোলনৰ বিৰুদ্ধে হিন্দু-ধৰ্মৰ শাক্ত-ধাৰাই ৰাজশক্তিক হাত কৰি জেহাদ্ ঘোষণা কৰা ঐতিহাসিক সত্যক উপন্যাসৰ বিষয়-বস্তু কৰিবলৈ যাওঁতেই "কোনো খেদ নাই"ৰ জন্ম। ৰাজ-যুৱতীয়ে বিতৃষ্ণাৰে অৱজ্ঞা কৰা ৰাণী ফুলেশ্বৰী। সেই ফুলেশ্বৰীৰ সম্ভাব্য জীৱন-চৰিতক কেন্দ্ৰ কৰি বৈষ্ণৱ-শাক্ত-সংঘৰ্ষৰ যি কাহিনী ইয়াত আছে, সেয়া স্বাভাৱিকতে নিতান্ত কল্পনাশ্ৰয়ী। কিন্তু মই ডাঠি ক'ব পাৰোঁ যে বুৰঞ্জীত পোৱা জুমুঠিৰ ওপৰত যে প্ৰলেপ দিয়া হৈছে, সেই সীমাৰ বাহিৰলৈ যোৱা নাই। এই উপন্যাসৰ প্ৰথম প্ৰকাশতে ওলাই পৰিল যে ইয়াত লিপিবদ্ধ কিছুমান ৰজা-ঘৰৰ কথা বহুতে বেয়া পাব পাৰে। সেইবিধ যুক্তিৰ প্ৰত্যুত্তৰো সেই সময়তে দিয়া হৈছিল। কিন্তু এই উপন্যাসেৰে বা আন কোনো লিখাৰে কোনো ৰাজহুৱা ভাবপ্ৰৱণতাক লঘু দৃষ্টিৰে চোৱাৰ কথাটো মোৰ স্বপ্নৰো অগোচৰ। সেয়ে তেনেকুৱা-খিনি কথা এইবাৰ বাদ দিয়া হৈছে।

"নজলা ধূপৰ ইতিকথা"ৰ জন্মৰ গুৰিতো এটি সত্য আছে। কলিকতাত থাকোঁতে কথাছবি নিৰ্মাণ কৰাৰ আঁৰত প্ৰযোজকবৰ্গৰ সাধাৰণ অভিনেতালৈকে সকলোৱেই সমুখীন হোৱা বহুত সমস্যা, বিশেষকৈ সমাজ-ব্যৱস্থাই গঢ় দিয়া মনবোৰক কথাছবি নিৰ্মাণ-স্তৰত মুক্ত-সমাজৰ ধ্যান-ধাৰণাই কৰা আঘাত ধৰি ৰাখিবলৈকে "নজলা ধূপৰ ইতিকথা"ৰ বাবে কলম ধৰিছিলোঁ। চিনেমা-জগতৰ ভিতৰফাল আৰু সেই জগতৰ বিভিন্ন ব্যক্তিক চিনি পোৱা আৰু জনাৰ সুযোগ পাইছিলোঁ সমাদৃত সুহৃদ ড. ভূপেন হাজৰিকাৰ মাৰফৎ। এই উপন্যাসকো কিছুমানে সন্দেহৰ ওপৰত ভেটি কৰি চিনেমা-জগতৰ একাধিক ব্যক্তিৰ সঁচা কথাকে লিখা বুলি ভাবিছিল। কিন্তু সুখৰ বিষয় যে সেই সন্দেহ স্থায়ী নহ'ল।

এই যুগল উপন্যাসক "কাপুৰুষ মহাপুৰুষ" নামকৰণেৰে নৱপ্ৰকাশ কৰাৰ পৰিকল্পনা, গ্ৰন্থখনিৰ নামকৰণকে আদি কৰি সকলোখিনি কৃতিত্বৰ গৰাকী শ্ৰীনৰেন্দ্ৰ নাথ দাস ( তিনিচুকীয়াৰ বিখ্যাত অসমীয়া গ্ৰন্থ প্ৰকাশক 'মিত্ৰ এজেঞ্চি এণ্ড কোং'-ৰ অধ্যক্ষ )। সমান্তৰিক, শ্ৰীদাসৰ গ্ৰন্থ-প্ৰকাশত

সুৰুচি, অসমীয়া বানান নিৰ্ভুলকৈ ছপা কৰাত আক্ৰোহ আৰু লেখকৰ প্ৰতি সহৃদয়তাক স্বীকাৰ কৰাত কৃপণালি কৰোঁ বুলি কৃতকাৰ্য হ'ব নোৱাৰিলোঁ। কাপুৰুষ নে মহাপুৰুষ? নে মহাপুৰুষ শব্দটোৰ ব্যৱহাৰ ব্যংগাত্মক? মই শ্ৰীদাসক সুসুধিলোঁ। আপোনালোকেও মোক সুসুধিব। নেপথ্যৰ ইমানেই প্ৰকাশযোগ্য।

আপোনাৰ

[ শ্ৰীমতী ইন্দিৰা বৰকটকী ( কথাচন্দ, গুৱাহাটী-৭৮১০০৩ )-ৰ দ্বাৰা সৰ্বস্বত্ব সংৰক্ষিত ]

## ॥ আত্ম-পক্ষ ॥

( *bygone ages of the world were actually filled by living men*
*......Scott* )

উটি অহা জগা-কাঠ এডোখৰেৰো জীৱনৰ ইতিহাস আছে : কোনোবা নিজান পৰ্বতীয়া গছৰ ডালত পৰি থকা এহাল পখীৰ প্ৰেম-উন্মাদনাই সৰাই দিয়া সেই গছৰ গুটি এটিয়েই হয়তো গছ হৈছিলগৈ, পুৱাৰ ৰ'দ, বাৰিষাৰ ধুমুহা, ডালত পখীৰ কলৰৱ আদি সুখ-দুখৰ মাজেদি জীৱন কটাই এদিন হয়তো বানপানীৰ খুন্দাত শুই পৰিছিল। মেডিকেল কলেজৰ 'anatomy' বিভাগত থকা মানুহৰ কংকালবোৰৰো আছিল একোটা জীৱন। অতীতৰ পৃথিৱীখনতো জীৱন্ত মানুহেই আছিল। সেই মানুহবোৰৰো আছিল সুখ-দুখ-অভিমান-আত্মসন্মান-প্ৰেম-হিংসা-ঈৰ্ষা-প্ৰতিশোধৰ ভাব। ক'ৰবাত কোনোবা পুথিয়ে-পাঁজিয়ে ন্যূনতম শব্দৰ উল্লেখেৰে উপেক্ষা কৰি পেলাই থোৱা অতীতৰ বহুত জীৱনৰ চিন্তাতে প্ৰথম উদয় হৈছিল মানুহৰ আজিৰ সভ্যতা আৰু প্ৰগতিৰ সপোন। তেনেকুৱা যিসকলে লেখকসকলৰ বৰ্ণনাত ঠাই পালে, সেইসকলক আমি আজিও জানো। বাকী আন বহুত উটি গ'ল সময়ৰ সোঁতত—কোনো চিন নৰখাকৈ। কিন্তু সেই বিস্মৃতসকলৰ অৱদান পৃথিৱীৰ কোনো প্ৰগতিবাদীয়ে অস্বীকাৰ কৰিব নোৱাৰে। হিংসাৰ জুইত অলেখ অজান বুকুৱে আত্মাহুতি দিয়াৰ সাধনাৰে জন্ম হ'ল অহিংসাৰ বাণী প্ৰচাৰ কৰা মহামতি বুদ্ধৰ, ৰাজতন্ত্ৰৰ অত্যাচাৰত লাখ লাখ সুন্দৰ প্ৰাণে মৃত্যু বৰণ কৰাৰ পাচত জন্ম হ'ল গণতন্ত্ৰৰ, সমাজতন্ত্ৰৰ।

আমাৰ অতি সাধাৰণ এখন গাঁৱত অতি সাধাৰণ এজনী ছোৱালী আছিল। গাঁৱৰ আন ছোৱালীৰ লগত তাই কাষত কলহ লৈ পানী আনিছিল, সাধাৰণ জোঁক এটা দেখিও ভয়ত উচপ খাই মাকক সাৱটি ধৰিছিল, গাত বড়া-বিহা লোৱা বয়সত মনত জাগিছিল গৰখীয়া প্ৰেম। আজিৰ দৰেই প্ৰেমক মৰ্য্যাদা দিব জনা, প্ৰেমৰ কাৰণে নিজক বলি দিব পৰা এখনি কোমল নাৰী অন্তৰ আছিল তাইৰ : নাম ফুলমতী। কিন্তু ৰাজ-শক্তিৰ একাধিপত্যৰ দিন তেতিয়া, সকলো সুখ-সম্ভোগ ৰজাৰ কাৰণে, সকলো সুন্দৰ বস্তু ৰজাৰ কাৰণে। ৰাজ্যৰ প্ৰজাও আছিল একোটাইত 'বস্তু'। ফুলমতী এটি সুন্দৰ বস্তু। মাকৰ বুকু সুদা কৰি তাইক ৰজাৰ কাৰণে অনা হ'ল। যি ৰজাৰ সম্ভোগৰ কাৰণে শ শ লিগিৰী কুঁৱৰী থাকে, সেই ৰজাৰ হাতত নিজ জীৱন গতাই দিবলৈ কোনোবা পাট-গাভৰুৱে ইচ্ছা কৰিব পাৰে নে?

কিন্তু সেইবোৰ আছিল ৰজাৰ দিন, ৰজাৰ তোষামোদকাৰীৰ দিন, ৰজাৰ প্ৰিয় ভা-ভাওৰীয়াৰ দিন। ফুলমতীৰ বিননিবোৰ চাগৈ ৰাজ-কাৰেঙৰ দেৱালত ঠেকেঙা

লাগি নিযাত হ'ল। অত্যাচাৰত জৰ্জৰিত ফুলমতীৰ কিছুমান বিপ্লৱী কাৰ্য্যই সমসাময়িক বুৰঞ্জীত সাধাৰণ ঘৰৰ ছোৱালীৰ উদ্ধতালি বুলি ঠাই পালে। ভৰ গাভৰু ফুলমতীৰ অকাল মৃত্যুৱেও ৰাজকীয় সমবেদনা লাভ কৰিব নোৱাৰিলে। কেনেকৈ কৰিব? ফুলমতী যে সাধাৰণ ঘৰৰ ছোৱালী, কেনেকৈ স্বৰ্গদেৱৰ সমান স্থান দিব পাৰি? কেৱল তেওঁৰ দিনত লেখা শকুন্তলা, শংখচূড় বধ, আনন্দ লহৰী নামৰ গ্ৰন্থৰ লেখকে ফুলমতীৰ অসাধাৰণ শাৰীৰিক সৌন্দৰ্য্য, বিচাৰবুদ্ধি আদিৰ প্ৰশংসা কৰি গ'ল। ফুলমতীৰ নামত কোনো ৰজাই পুখুৰী নখন্দালে, দৌল নবন্ধালে, কোনো বুৰঞ্জীবিদে ফুলমতীক প্ৰশংসা নকৰিলে।

বুৰঞ্জীৰ বুকুত এই অসামান্যা নাৰীৰ পৰি আছে মাত্ৰ কেইটুকুৰামান আধা-পোৰা হাড়; সিও চিনিব নোৱাৰাকৈ বিকৃত। কিন্তু, যেনেকৈ মানুহৰ কংকাল এটাৰে এটা জীৱন্ত মানুহ—প্ৰাণ-প্ৰেম-মন-ৰূপ থকা এটা জীৱন্ত মানুহ—কল্পনা কৰিব পাৰি, তেনেকৈ বুৰঞ্জীৰ সেই আধা-পোৰা হাড়েৰেও ফুলমতীৰ জীৱন-কাহিনী কল্পনা কৰিব পাৰি। সেই সময়ৰ ৰজা-ঘৰৰ কাণ্ড-কাৰখানা, সেই সময়ত শাক্ত-ধৰ্মৰ প্ৰাধান্য বিস্তাৰৰ চেষ্টা আৰু ফুলমতীৰ পিচৰ ইতিহাসৰ গতি লক্ষ্য কৰি, সেই সময়ৰ মানুহৰ মনৰ ভাবৰ প্ৰতীক কৰি জীৱন্ত ৰূপত কল্পনা কৰিব পাৰি ফুলমতীক। আৰু তাকে কৰিবলৈ এই সম্ভাব্য জীৱন-কল্পনাৰূপী উপন্যাসত চেষ্টা কৰা হৈছে। তাকে কৰিবলৈ যাওঁতে কেৱল ফুলমতীৰ জীৱনৰ গতি নিয়ন্ত্ৰণ কৰা ঘটনাখিনি লৈ বাকী অদৰকাৰী বহুত কথা বাদ দিয়া হৈছে। পুৰণি বুৰঞ্জীমূলক উপন্যাস পঢ়োঁতে বাদ দি পঢ়িবলগীয়া বৰ্ণনাখিনিৰ বিষয়ে মই সম্পূৰ্ণ সজাগ। পৃথিৱীৰ বহুত শ্ৰেষ্ঠ উপন্যাস বৰ্ণনা-বাহুল্যৰ কাৰণে আজি যে প্ৰায়বোৰ পাঠকেই পঢ়িবলৈ আমনি পায়, সেইটোও মই জানো। এই বিষয়ত চমাৰ্চেট মোমৰ এটা উক্তি মই বিশ্বাস কৰোঁ: In the past readers seem to have wanted their novels very long, and the author was often hard put to it to provide more matter for the printer than the story he had to tell require. He hit upon one easy way to do this. Into his novel he inserted stories, long enough to be called novelettes which had nothing to do with his theme. [প্ৰায় পাঁচশমান চৰিত্ৰ থকা বিৰাট শ্ৰেষ্ঠ উপন্যাস 'ওৱাৰ এণ্ড পিচ' পঢ়োঁতে ধৈৰ্য্যৰ লগত মোৰ খকাখুন্দা মই কেতিয়াও পাহৰোঁ]।

হয়, সম্ভাব্য জীৱন-কল্পনা হে, জীৱন-কথা নহয়। সেই দিনত, অসমৰ স্বৰ্গদেও-সকলৰ ৬০০ বছৰীয়া ৰাজত্ব-কালত, এজনী সাধাৰণ অসমীয়া ছোৱালীয়ে ৰাজ-ক্ষমতা হাতত পোৱাটো এক অপাৰ বিস্ময়। অসমৰ ৰাজত্বত বিৰল 'ছত্ৰ-ভংগ যোগ' অৱতাৰণা কৰি ফুলমতীক ৰাণী কৰাৰ গুৰিত কিবা অভিসন্ধি নিশ্চয় আছিল। আৰু, ফুলমতীৰ মৃত্যুৰ প্ৰায় ৩৮ বছৰ পাচত হোৱা মোৱামৰীয়া বিদ্ৰোহৰ কাৰণে ফুলমতীক অপৰাধী কৰাৰ গুৰিতেও কিবা সত্য গোপন হৈ থাকিল। বুজিব পাৰি যে সেই সময়ত শৈৱ-শাক্ত-বৈষ্ণৱ ধৰ্মমতৰ প্ৰাধান্য স্থাপনৰ প্ৰতিযোগিতাত অসমৰ

এক বিৰাট যুদ্ধক্ষেত্ৰত পৰিণত হৈছিল। ৰাজকীয় ভোগ-বিলাসৰ কাৰণে শৈৱ-শাক্তৰ সেই কালৰ নীতি-নিয়ম উপযোগী আছিল। কেৱল ভোগ-বিলাসৰপৰা আঁতৰাই মানুহৰ সামূহিক চৰিত্ৰ গঢ়িবলৈ চেষ্টা কৰা বৈষ্ণৱ-ধৰ্মক হে ৰাজ-শক্তিয়ে সন্দেহৰ চকুৰে চাইছিল। [ সাধাৰণ প্ৰজাৰ ঐক্যবদ্ধ শক্তিক ৰাজতন্ত্ৰই সদায় ভয় কৰি আহিছে ]। উল্লেখযোগ্য যে ৰজাই অতি সাধাৰণ অপৰাধত শঙ্কৰদেৱক নাপাই ধোঁৱায়েকক নি চাউডাঙৰ হতুৱাই কটায়।

ইতিহাসে নিষ্ঠুৰভাৱে উপেক্ষা কৰি এৰি থোৱা শ্ৰীমতী ফুলমতীৰ মৃত দেহৰ আধা-পোৰা হাড়কিডালৰ ওপৰত সম্পূৰ্ণ সম্ভাব্য-কল্পনাৰ বৰণ সানি এই উপন্যাসক ৰূপ দিয়া হৈছে। কিন্তু তাকে কৰিবলৈ যাওঁতে বুৰঞ্জীত থকা সামান্য কথাকিটাকে জুমুঠি হিচাপে লোৱা হৈছে। যেনে, ফুলমতী ৰজা-ঘৰলৈ অহা বিষয়ে কেবাটিও মত আছে। কোনোৱে কয়, ৭৮ বছৰীয়া ফুলমতীৰ ৰূপ-গুণত মোহ গৈ ৰজাই তেওঁক লিখিৰী কৰি আনে। ৭৮ বছৰীয়া ছোৱালী এজনীৰ গাত ৰজাৰ মনক মুহিব পৰা কি যৌবন-সুলভ ৰূপ-গুণ থাকিব পাৰে? সতিকে মুহিব পৰা বয়স লোৱা হৈছে।

মোতকৈ বেছি অনুসন্ধিৎসু পাঠক-পাঠিকা আছে বুলি মই জানো। বা, মই ভুল ভাবিছোঁ বুলি ভাবিব পৰা মানুহো আছে। সেইসকলৰ সুবিধাৰ কাৰণে কওঁ— এই সম্ভাব্য-জীৱন-কল্পনা লিখিবলৈ লোৱাৰ আগতে বহুত বুৰঞ্জী আৰু আন গ্ৰন্থৰ পাত লুটিয়ালোঁ আৰু তাৰ মাজৰ অলিখিত সম্ভাব্য কথাখিনি বুজাৰ চেষ্টা কৰিলোঁ। তাৰে কেবাখনিৰো উদ্ধৃতিও ইয়াত আছে। সেইবিলাকৰ ভিতৰত প্ৰধান কিখন এয়া :

১। ডঃ সূৰ্য্যকুমাৰ ভূঞাৰ—(ক) Tungkhungia Buranji, (খ) An Assamese Nurjahan, (গ) বৈষ্ণৱ পীড়ন ( ১ম বছৰ আসাম বান্ধৱত প্ৰকাশিত প্ৰবন্ধ ), (ঘ) ৰমণী গাভৰু।

২। ডঃ মহেশ্বৰ নেওগৰ—(ক) শ্ৰীশ্ৰীশংকৰদেৱ, (খ) অসমীয়া সাহিত্যৰ ৰূপৰেখা।

৩। ডঃ বাণীকান্ত কাকতিৰ—(ক) Mother Goddess Kamakhya; (খ) পুৰণি কামৰূপৰ ধৰ্মৰ ধাৰা।

৪। কৃতিৰাম হাজৰিকাৰ—পদ্য-বুৰঞ্জী।

৫। বেণুধৰ শৰ্মাৰ—ৰাংপতা।

৬। ক্ষেত্ৰধৰ বৰগোহাঁইৰ—ফুলেশ্বৰী কুঁৱৰী ( ৬ষ্ঠ বছৰ "আলোচনী"ত লিখা প্ৰবন্ধ )।

৭। ডঃ মহানন্দ বৰুৱাৰ—আসাম ৰজাৰ ৰাজভৱনৰ ঐতিহাসিক বিৱৰণ ( ১ম আৰু ২য় বছৰ "আলোচনী"ত প্ৰকাশিত ধাৰাবাহিক প্ৰবন্ধ )।

৮। হৰকান্ত বৰুৱা সদৰামিনৰ—আসাম বুৰঞ্জী।

৯। পদ্মনাথ গোহাঞিবৰুৱাৰ—অসমৰ বুৰঞ্জী।

১০। সৰ্বানন্দ ৰাজকুমাৰৰ—ৰবৰজা ( ১ম বছৰ 'সাৰথি'ত লিখা প্ৰবন্ধ )।

আৰু, সেইটো আছিল বুৰঞ্জী। লগতে বহুতবে সৈতে আলচো কৰা হৈছে।

এই সকলোবোৰ নথি-পত্ৰৰ ওপৰত চকু ফুৰাই লৈ বুৰঞ্জীয়ে দোষী সাব্যস্ত কৰি এক পক্ষীয় ৰায় দি যোৱা ফুলমতীৰ পক্ষ লৈ বিবাদীপক্ষৰ উকিলৰ দৰে মই ৰূপ দিয়া এই জীৱন উপন্যাসৰ প্ৰতিটো যুক্তিৰ সাক্ষী হ'ব আজিৰ অসমীয়া গাভৰুৰ মন, আজিৰ অসমীয়া ডেকাৰ মন। কাৰণ, আজিৰ অসমীয়া গাভৰু-ডেকাৰ মন সেই দিনৰ ডেকা-গাভৰুৰ মনৰে উত্তৰাধিকাৰী। আজিৰ অসমীয়া গাভৰুৱে সহ্য কৰিব নোৱাৰা কথাটো অসমীয়া গাভৰুৱে সেইদিনতো সহ্য কৰিব নোৱাৰিছিল—মাত্ৰ ২০০ বছৰমান সময়ৰ ব্যৱধান হে।

মোৰ কথা ইমানেই, এতিয়া মোৰ ফুলমতীক—'অ' আমাৰ ফুলমতীক—লগ পাওক, আৰু, পাৰে যদি, সেই দিনৰ অসময়ৰ অসমীয়া সাধাৰণ ছোৱালীৰ ৰূপ, বুদ্ধি, সাহস, সতীত্ব, অনুৰাগ আৰু জীৱন আহুতি দিয়াৰ আদৰ্শক বুৰঞ্জীৰ নিৰ্মম আখৰৰ ঢাকনি দাঙি চাই গৌৰব বোধ কৰক।

[signature]

এই সংস্কৰণত উপন্যাসখনিৰ ভালেখিনি কথা সলোৱা হৈছে—প্ৰয়োজন বুলি ভৰা কাৰণে।

॥ প্ৰস্তাৱনা ॥

পানেভীখাটত ৰাজ-পৰিচ্ছদ-পৰিহিত ৰজা শিৱসিংহ। ভুকাষে ভৰ-যৌৱনা অপৰূপা লিখিৰী, হাতত চোঁৱৰ। সমুখত আঁঠু লৈ ৰূপচন্দ্ৰ বৰবৰুৱা। বৰবৰুৱাৰ আগমন কেইটামান বিচাৰৰ ৰায় ৰজাৰদ্বাৰা অনুমোদনাৰ্থে।

"সেই চোৰটোক তেন্তে নটচা শূলত........"

"এৰা।"

"ৰাজ-কাৰেঙৰ সীমাত বৈ শাও দিয়া পোহাৰীজনীৰ জিভা কটাৰ আদেশ..?"

"কটা হওক।"

"আৰু, সেই গাঁওধনৰ· ·...."

"বৰবৰুৱা, পুনাই এইবোৰ আমনি নিদিব। প্ৰজাই দোষ কৰিবই আৰু ৰজা-ঘৰে শাস্তি দিবই লাগিব। আগৰ স্বৰ্গদেৱে বিহি যোৱা শাস্তিকে চাই এতিয়াও শাস্তি বিহিব লাগে। এইবোৰ পাত্ৰ-মন্ত্ৰীৰে আলচ কৰি আপোনালোকেই কৰিব। মোৰ বাতিও টোপনি অহা নাই। কোনো ৰাজ-কাৰ্য্য কৰাৰ আজি ইচ্ছা নাই।"

"স্বৰ্গদেও অসুস্থ যদি বেজবৰুৱাক তুৰন্তে পঠিয়াই দিওঁ!"—বৰবৰুৱাৰ কণ্ঠস্বৰত সঁচা-আগ্ৰহৰ সুৰ।

হাঁহি এটা ওলাবলৈ ধৰওতাই ৰজাৰ মুখৰ ভিতৰতে মৰি থাকিল। মৃদু হাঁহিৰ বোলেৰে কথাত ৰহণ লগাই স্বৰ্গদেৱে ক'লে :

"অসুস্থ ঠিকেই, কিন্তু বেজবৰুৱা? টোপনি আহে ক'বপৰা বৰবৰুৱা? একেকিজনী লিখিৰীৰ হাতবোৰে দেহক আৰাম দিব নোৱাৰা হৈছে। অসুস্থ হলেও সদায় ভাল লাগে জানো বৰবৰুৱা? ঔষধ হিচাপে দুই-এজনী লিখিৰী যোগাৰ কৰক। আপুনিয়েই মোৰ বিশ্বাসী ভাণ্ডাৰীয়া। এইবোৰ কথা আনক কেনেকৈ কওঁ? এই পুৰণি লিখিৰীহঁতৰ হাতবোৰ শিল যেন লগা হৈছে।"—নিজৰ হাস্যৰস নিজে উপভোগ কৰি ৰজাই চোঁৱৰ বুলোৱা লিখিৰীহঁতলৈ কেৰাহিকৈ চাই বৰবৰুৱাক লক্ষ্য কৰি হাঁহি দিলে। নতুন কোনোবা গাভৰু ছোৱালী বাপেক-মাকৰ বুকুৰপৰা কাঢ়ি আনি ৰাজকাৰেঙত লিখিৰী কৰাৰ পৰ্ব ৰজাৰ এনেৰ কথাতে আৰম্ভ হৈ গ'ল। ৰাজ্যত প্ৰজা থাকিব লাগে কেৱল ধুনীয়া গাভৰু জন্ম দিবলৈ আৰু ৰণত মৰিব পৰা ডেকা জন্ম দিবলৈ। এই অলিখিত নীতি এসময়ত আছিল প্ৰায়বোৰ ৰজাৰে অতি প্ৰিয়। সেই নীতি আৰু ৰজা শিৱসিংহই বাদ দিলে——ৰণ-বিগ্ৰহ বাদ দি ডেকাৰ আৱশ্যক নোহোৱা কৰি।

অনন্তপালমে মন্দিৰত নাচৰ আয়োজন কৰি তাত বজাই নিজে গৈ গায়ক বছাৰ ব্যৱস্থা কৰাৰ প্ৰতিশ্ৰুতি দি ৰবৰকৰা আঁতৰি গ'ল। ক'ৰবাৰ কোনোবা অজান গায়ক এই ৰাজপ্ৰাসাদত নিকৰুণভাৱে অনন্তপালমে জীৱন বিলাবলৈ আহিব বুলি জানি চৌৰৰ বুলোৰা ফুই লিগিৰীৰ নিজ অভিজ্ঞতালব্ধ বেদনাত হাতৰ চৌৰৰ থম্ভেকলৈ শুদ্ধ হৈ গ'ল।

আৰু আৰম্ভ হ'ল অসমত স্বাধীন ৰাজত্বৰ অন্তমুখী গতি। গদাধৰ সিংহ আদি মহাপ্ৰতাপী ৰজাসকলৰ ঐতিহ্য ৰক্ষাৰ প্ৰচেষ্টা শিৱসিংহই এদিনলৈও কৰাৰ কোনো প্ৰমাণ ইতিহাসত নাই।

## ॥ এক ॥

"উঃ……এই মৰতী ডাংকাটী·· এই হেই ছুঘূৰিলি নে? ···আও দেখিছা তাইৰ অতপালিখন। · এই মৰতী ··"

ৰূপৰামৰ গালি-শপনিলৈ ক'ৰ কাণ দিয়ে চেঁউৰীয়ে। নেজ দাঙি চপলিয়ালে তাই—হাবি-পথাৰ ডুফাল কৰি। দৌৰি দৌৰি ৰূপৰামৰ কোঁপনি উঠিল, থেৰিবলৈ এৰি থিয় হ'ল; কঁকালত হাত দি গৰুজনী দৌৰাৰ ফালৈ দাঁত-মুখ কামুৰি চালে আৰু হাতত লৈ অহা এৰালডাল মাটিলৈ পেলাই দি ভোৰভোৰাই ক'লে:

"ঘ'ত মৰ মৰগৈ। এনেকুৱা গৰু বাঘে নিয়াও ভাল।"

ওচৰতে পাৰ ধৰা জগ-গাঠটুকুৰাতে ৰূপৰাম বহিল। থণ্ডে তাৰ মূৰৰ চুলিৰ আগ আনি কপালত পেলাইছিলহি। কৰডনৰ মাখি-ছাল এৰোৱা ঠাইটুকুৰা সি চুই চালে। 'ইস্, এতিয়া হে বিষাইছে। বৰ খুন্দাটো মাৰিছিল জাওমূৰা মৰতীয়ে।' ওচৰতে হাত মেলি টুকি পোৱা কচু এডাল ছিঙি আনি চেপি চেপি আঠা অকণ লগাই দিলে। কিন্তু তেতিয়াও গৰুজনী যোৱা ফালৈ বাৰে বাৰে চাই মুখেৰে ভোৰভোৰায়ে থাকিল।

বেলি বাগৰিছিল। হাবিখনৰ সিফালে ধাননি পথাৰ আৰু এইফালে এইখন সৌটিকলীয়া গাঁও—শগুণপৰা গাঁও। বজা-ঘৰীয়া নগৰৰ কাষতে থকা এই গাঁওখনিৰ প্ৰায়সকল বাসিন্দাই শিৱভক্ত। এসময়ত ঘৰচেৰেক বৈষ্ণৱো আছিল। এতিয়া নাই। বৈষ্ণৱসকল থাকোঁতে সন্ধিয়া জোৰা নামৰ সুৰে জীৱন-যৌৱন অসাৰ বুলি বুজাই দিছিল, কিন্তু পুৱাৰ বৈষয়িক কৰ্মব্যস্ততাই সন্ধিয়াৰ নামৰ প্ৰভাৱ পাহৰাই দিছিল।

বুঢ়াসকলে কয়, শৈৱ আৰু বৈষ্ণৱসকল মিলিজুলি আছিল একেখন গাঁৱতে। তেওঁলোকৰ মতে, আগৰ দিনত বোলে শৈৱ আৰু বৈষ্ণৱৰ মাজত বিৰোধ আছিল। পিছত উষা-অনিৰুদ্ধৰ কাৰণে শোণিতপুৰত নিজ নিজ ভক্তক ৰক্ষা কৰিবলৈ বিষ্ণু আৰু সদাশিৱ যুদ্ধত অৱতীৰ্ণ হৈ নৰ-মনিচক বুজাই গ'ল—শিৱ আৰু বিষ্ণু দুয়ো সমান শক্তি, ব্ৰহ্মাৰে সৈতে মিলি এই বিশ্বচৰাচৰ সৃষ্টি, পালন আৰু সংহাৰ কৰে। তাৰ পিচৰপৰা বোলে শৈৱ আৰু বৈষ্ণৱৰ বিৰোধ কমি আহিল।

গাঁৱৰ পাতে লাগি থকা এই হাবি হেন ঠাইটুকুৰা বৰ নিজান। কিবা বিভা বিভা লাগে। গাঁৱৰ মানুহ বৰকৈ এই ফালৈ নাহে, আহিলেও হাবিৰ ভিতৰলৈ নোসোমায়। আচলতে কিন্তু এইখন হাবি নহয়—এৰাবাৰী হে। এই এৰাবাৰী এনেকৈয়ে পৰি আছে কোনোবা আগৰ বজাৰ দিনৰেপৰা। বহু বছৰ আগৰ কথা: বাইজ জাগুৰ বাই উঠোঁ উঠোঁ অৱস্থা। কিন্তু সেইবোৰ বজাঘৰীয়া কাৰবাৰ—বাস্তবৈদৰ মানুহৰ মাজৰ হিংসা-হিংসি। বজাঘৰীয়া মানুহ নিজৰ মাজত কটাকটি-মৰামৰি কৰাতে লাগি থাকিল। বাইজক পাহৰিলে। বাইজেও বজাঘৰীয়া কথাত মূৰ সুমাবলৈ সাহ নকৰি চকুৰ আগত দেখা এই নিলাজ কাৰবাৰ ইস্-আস্ কৰিয়েই সহ্য কৰি গ'ল। ইফালে প্ৰজাৰ ফালে চকু দিবলৈ আহৰি নথকাৰ ফলত দেশত দুই প্ৰকৃতিৰ লোকৰ বাজত্ব চলিছিল। হঠাৎ বজাই ভাবিলে, শঙ্কৰ-মাধৱৰ বৈষ্ণৱ ধৰ্মই

দেশক আৰু দেশবাসীক দুৰ্বল কৰিছে, মাংস-মদ নোখোৱা কাৰণে প্ৰজা হীনবীৰ্য্য হৈছে। গতিকে বৈষ্ণৱ ধৰ্ম যাতৰাই এনে ধৰ্ম প্ৰচাৰ কৰিব লাগিব যি ধৰ্মই মদে-মাংসই খাবলৈ দি মানুহক বলৱীয়া বাব হেন কৰি ৰাখে। যেই ভাব, সেই কাম। ৰাজ্যত যতখানে গোসাঁই-মহন্ত আছিল সকলোকে ৰাজাজ্ঞাত নগুৰ শাস্তি দিয়া হ'ল। আউনীআটীৰ গোসাঁই-প্ৰভু পলাল। দক্ষিণপাটৰ অধিকাৰক ধৰাই নি খোঁচ মাৰি চকু দুটা উলিয়াই দিলে। ব্ৰাহ্মণ গণক, কায়স্থ আদি ওখ শ্ৰেণীৰ ৰজাৰ প্ৰিয় লোক সাৰিল। কিন্তু কোচ, কৈৱৰ্ত আদি মানুহ আৰু বৈষ্ণৱ ভকতসকলক নিৰ্বাসন দি, অঙ্গহানি কৰি, প্ৰাণে মাৰি অভাৱনীয় অত্যাচাৰ কৰিলে। সেই সময়তে এই হাবিতলীয়া ঠাইটুকুৰাতে পাঁচজন বৈষ্ণৱ আছিল। শুনা কথাতে, বোলে ৰজাৰ মানুহ আহি এদিন পাঁচোজনকে গৰুৰ নগত সাঙুৰি লৈ গ'ল। তাৰ পাচত তেওঁলোকক বোলে অত্যাচাৰ কৰি মাৰিলেগৈ। তেতিয়াৰেপৰা গাৱঁৰ মানুহে এই ঠাইটুকুৰাৰ গছৰ ডাল এটাও বোলে কটা নাই। এই গাঁৱৰ সৰু সৰু ল'ৰা-ছোৱালীয়েও বোলে এই ইতিহাস জানে; মুখে মুখে শুনি মনত ৰাখিছে। সেই হাবিখনৰ কাষে চাই বহি থাকোঁতে এতিয়া কপৰামৰো সেই ইতিহাস মনৰ মাজেদি বাগৰি গ'ল। কিন্তু গৰুজনীৰ ওপৰত তাৰ ইমান গং উঠিছিল যে সেই নিকৰুণ ইতিহাস মনত পৰা বুলিও সি ভালকৈ গমকে নাপালে।

"হেৰ কি ভোৰভোৰাইছ ?"—হঠাতে গইৰৰ মাত শুনি চক খাই উঠিল কপৰাম। কানত কোৰখন পেলাই পথাৰত আলিৰ পাহ কাটি আহিছিল গোৰীনাথ। গোৰীনাথৰ বাপেক ভাল নাচ জনা মানুহ আছিল। এবাৰ শাটীলৈ যাওঁতে ব্ৰাহ্মণ-সজ্জনৰ আগত নাচ দেখুৱাই আশীৰ্বাদ লাভ কৰিছিল—ল'ৰা ছোৱালীৰে ঘৰ ভৰি পৰিবলৈ। গোৰীনাথৰ বাপেকে ভাৱিত্তৰে জনাইছিল, বিয়াৰ তিনি বছৰ পাচতো তেওঁ অপুত্ৰক বুলি। ব্ৰাহ্মণে আশীৰ্বাদ দি কৈছিল: তুমি শিৱভক্ত হ'ব পাৰা, কিন্তু দেৱীৰ নামত আশীৰ্বাদ দিছোঁ। গতিকে দেৱীৰ নামত ভক্তি ৰাখি কন্যা হ'লে গোৰী আৰু পুত্ৰ হ'লে গোৰীনাথ নাম ৰাখিবা। নহ'লে দেৱী অসন্তুষ্টা হ'লে অমঙ্গল হ'ব। নিৰীহ ধৰ্মভীৰু গোৰীনাথৰ বাপেক ভাটীৰপৰা ঘূৰি আহি শুনিলে, ঘৈণীয়েক সন্তান-সম্ভৱা বুলি। ঘৈণীয়েকক ব্ৰাহ্মণৰ আশীৰ্বাদৰ কথা বিৱৰি ক'লে। কিন্তু দেৱী-পূজাৰ নামত কামাখ্যাত মদ-মাংস-নাৰী লৈ যি লীলা-খেলা হোৱাৰ কথা তেওঁ দহৰ মুখে শুনি আহিছে, তাৰ পাচত সেই দেৱীৰ প্ৰতি ভক্তি নহ'ল তেওঁৰ। ঘৈণীয়েকে কিন্তু কৈছিল, সেইসকল ব্ৰাহ্মণৰ গোসাঁনী বৰ কালিকা নগা। তেওঁলোকৰ আশীৰ্বাদতে সন্তান হোৱাৰ আশা দেখা হৈছে যেতিয়া তেওঁলোকৰ মতেই নাম ৰখা উচিত। নামটো ৰাখিলেই আমি কিবা বিধৰ্মী হম নে? গোৰীনাথৰ বাপেক কিন্তু মান্তি নহ'ল; ক'লে: "সিইত মহাপাপী।" তাৰ পিচদিনাই গোৰীনাথৰ বাপেক বিচনাত পৰিল আৰু একেলেখাৰিয়ে তিনি দিনীয়া জৰত সিফালীয়া হ'ল। তাৰ সাত মাহ পাচত সন্তান জন্ম হ'লত স্বামীহাৰা মাতৃয়ে পুতেকৰ অমঙ্গল হোৱাৰ ভয়ত ব্ৰাহ্মণৰ ইচ্ছা মতেই নাম ৰাখিলে গোৰীনাথ। কিন্তু গাঁৱৰ

মানুহৰ মুখত 'গোৰীনাথ' নামটো বৰ ভাৰ; গতিকে একমাত্র আয়েকৰ বাহিৰে গাঁৱৰ সকলোৰে তাক 'গৰৈ' বুলি মাতে।

"এ নক'বি ....." বিৰক্তিৰে মুখ বিকটাই, নাখি-ছাল এবোৱা কৰঙনত চকু থৈ গৰৈলৈ নোচোৱাকৈয়ে ৰূপৰামে ক'লে। সিইত দুয়োটা কান-সমনীয়া। কিন্তু ১৮ বছৰীয়া চঞ্চল ডেকা গোৰীনাথ সেই গাঁৱৰ ডেকামখাৰ মুৰব্বী। মুখখন বৰ চোকা তাৰ। এদিন বোলে তাৰ উৎপাতত অসহ্য হৈ কোনোবা এজনে কৈছিল, "কমটো নহয় তই; পাবোঁতেনো ওপজাৰ আগতে বাপেৰৰ মুখটো খালি নে।" গোৰীনাথে বোলে উত্তৰত কৈছিল, "মহাভিকত যোৱা বাতি দেখিলোঁ কেৰাজনবো মুৰ খাম বোলে। তাবে ভিতৰত বোপাইৰ পাচতে আপোনাৰ পাল বোলে।" .. ...এতিয়া ৰূপৰামে 'নক'বি' বুলি কওঁতেই সি খপ্ কৰে উত্তৰ দিলে:

"মই নকওঁ; তোক হে সুধিছোঁ—বোলোঁ নতুন চূণত পানী দিয়াৰ দৰে উতলি আছ কিয়?"

"এ, সিও এক কাহিনী। চেঁউৰীজনী শাহৰণিতে বাদ্ধি থৈ গাঁৱলৈ গলাই গলোঁ— কালি জয়দৌলত নাচ কেনে হ'ল খবৰ কৰিবলৈ। ঘূৰি আহি দেখোঁ, তাই মৰতীয়ে ছটফটাই আছে। নবাগবিকৈ খুলি দিওঁ বুলি দৈ ভিতিৰপৰা পথাভাল একরাই দিবলৈ হে পালোঁ—এয়া চা—এই কৰঙনৰ এইখিনিতে মৰতীয়ে লাওমুৰা শিঙেৰে ছাল এবোৱাকৈ খুন্দা মাৰি চাপলি মেলিলে। খেদি খেদি আক ধৰিব নোৱাৰিলোঁ। সেইদিনেই পোনাইছে বাধৰ মুখত পৰিবলৈ। এনেকুৱা ভাংকাটী গৰু..."

"ওঁ। ৰজাৰ নগৰৰ ওচৰত থকা কাৰণে তোৰ বিচাৰবোৰ আজিকালি ৰজাঘৰীয়া যেন হৈছে।"

"কি কৈছ?"

"দিনটো গৰুজনী খাবলৈ নিদিয়াকৈ বান্ধি থ'বি। এতিয়া মুকলি হ'বলৈ পাই চাপলি মেলিলত গৰুজনী ভাংকাটী হ'ল?"

"নহয়, বোলোঁ কি ৰজাঘৰীয়া কথাৰ কথা কৈছ?"

"হেৰ তোৰ বিচাৰৰ ধৰণটো ৰজাঘৰীয়া বুলি কৈছোঁ। ভা-ভাঙৰীয়াৰ অত্যাচাৰ সহিব নোৱাৰি প্ৰজাই মুখ মেলিলেই ৰজাৰ বিচাৰত দোষ যেনেকৈ প্ৰজাৰ হে হয়, সেইদৰেই তয়ো গৰুজনীৰ হে দোষ দেখিছ।'

কথাটো ভালকৈ বুজি ল'বৰ কাৰণে খন্তেক তলকা মাৰি থাকিল ৰূপৰাম। তাৰ পাচত খং উঠি ক'লে:

"যা যা; ই এনে ৰজাৰ দোষ ধৰা বৰ-বজাটো ওলাল।"

এইবুলি কৈয়েই ৰূপৰাম বহাৰপৰা উঠিল, ঢলিয়াই পেলাই দিয়া এবালডাল বুটলি ল'লে আৰু সোঁ সোঁ কৰে গৰুজনী ৎ.ঘা ফালে যাবলৈ ধৰিলে। খং উঠা যেন দেখুৱালেও সি যেন অনুভৱ কৰিলে, গোৰীনাথে কোৱা কথাই সঁচা; গৰুজনীৰনো কি দোষ। তথাপি এই গৰৈৰ কিন্তু মুখখন বৰ বাঢ়িছে; ক'ৰবাত কেনেবাকৈ ৰজাৰ কাণত এইবোৰ কথা পৰিলেগে জিভা কাটি মাৰিব। ভাবি

ভাবি গৈ থাকোঁতে সি ৰ'ল আৰু উভতি চালে। দেখিলে, গধৈৰ এফে ঠাইতে বৈ আছে তাৰ ফালে চাই। চিত্ৰৰ দাবি ৰূপৰামে ক'লে :

"হেৰেই গধৈ, মুখখন চম্ভালিবি, নগৰিৰৰগীয়া কাণত এইবোৰ কথা পৰিলেগৈ সিপুৰীত হে ৰৰৰজা হ'বিগৈ।"

তাৰ কথা শুনি ঢেকঢেকাই হাঁহি দিলে গধৈয়ে। হাঁহি হাঁহি বাঁও হাতেৰে কোৰখন দাঙি এফে চাবে ঢেঁকীয়া এজোপা তুলি আনি দলিয়াই দিলে ৰূপৰামৰ ফাললৈ। আমজোপাৰ তলেদি পাকটো ঘূৰাৰ লগে লগে ৰূপৰাম নেদেখা হ'ল। কিন্তু তেতিয়াও হাঁহি আছে গধৈৰ। বেলিটো যাওঁ যাওঁ—যেন নিজৰ দায়িত্ব গধৈৰ হাঁহিটোকে দি যাবলৈ হে খন্তেক পলম কৰিছে।

"কি হ'ল? ধামে ধৰিছে নেকি?"

"ধামে ধৰাৰ ধৰে নইহা হ'লে জানো ইয়াতে বৈ আছোঁ বুলি গম পালিহঁতেন?" ফুলৰ মাতটো বুজি পাই ঘূৰি নোচোৱাকৈয়ে গধৈয়ে উত্তৰ দিলে।

"ইস্, তুমি ৰূপৰামৰ স'তে কথা পাতি থাকোঁতেও দেখোন মই সৌ ঔজোপাৰ তলতে ঢেঁকীয়া বুটলি আছিলোঁ। মনে মনে ভাবিছিলোঁ, সেইপাটনো গুচি নাযায় বেলেই। তুমি পথাৰত কোৰ মাৰি থাকোঁতেও ৰৰৰপৰা চাই আছিলোঁ, তুমি পথাৰৰপৰা অহা দেখিয়েই মহো আহি এইখিনি পালোঁহি। তোমাৰ বুদ্ধি একেবাৰে ৰৰৰজাৰ বুদ্ধি, ঠিকেই কৈছে ৰূপৰামে।"

কোৰৰ নালটো কিমান মিহি হাত ফুৰাই চালে গধৈয়ে। 'ফুল'ৰ গাটো কিমান মিহি সি নাজানে। উত্তৰ দিবলৈ পাহৰিলে সি।

"হেৰা ৰৰৰজা, জগৰেই লাগিল নেকি? কথা নোকোৱা কেলেই?"—হাতৰ ঢেঁকীয়ামুঠিৰে থুঁতৰিত বা দি ফুলে সুধিলে।

"আকৌ এইবাৰ 'ৰৰৰজা' নাম দিলি নে? নিজে ৰাণী হোৱাৰ লোভত মোক ৰজা পাতিছ হ'বলা?"

ফুলমতীয়ে শুদা গাত বিহাৰ দৰে লোৱা মিহি গামোচাখন বুকুৰ ওপৰত বহল কৰাৰ চেষ্টা কৰিলে। কিবা ভাবি ক'লে, "ৰজা-ৰাণীবোৰ কেনেকুৱা কেনেকুৱা লাগে। একেজন ৰজাৰে ইমানবোৰ কুঁৱৰী থাকে—তাতে আকৌ লিগিৰী বুলিও এগোহালি ৰাখে। ছিঃ….."

"কালি নিশা জয়দৌলত নাচিছিলি হ'ব পায়?"

"ওঁ। আয়ে মোক পঠিয়াৰ খুখুজিছিল। পিচে গাঁৱৰ বুঢ়া-মেথা সকলো আহি ক'লেহি, ৰজাঘৰৰপৰা মাতিছে আমাৰ গাঁৱক—গায়ন-বায়ন-নাচনী লৈ যাবলৈ কৈছে। নগ'লে হয়তো গোটেই গাঁৱকে হাতীৰে গচকাই মাৰিবহি। গাঁৱত নাচনী মোৰ বাহিৰে কোনো নাই। ভাবিছিলোঁ, তুমি আহি পাবাহি, তুমি বজাবা, মই নাচিম। কিন্তু তুমি গৰু কিনিবলৈ গৈ নোহোৱাই হ'লা। চিন্তাই লাগিছিল মোৰ, আজি পুৱা গৰু লৈ পালাহি বুলি ক'লী বাইৰ মুখে শুনিহে শান্তি পাইছোঁ।"

"বজাও আহিছিল নেকি ?"

"ওঁ। তাকে হে তোমাক ক'বলৈ ওবাপাতি লওঁতেই পাহৰি গৈছোঁ। বজাটোৱে কেনেকৈ চায়। ভয়তে মোৰ নাচৰ তাল কাটি গৈছিল।"

"হেৰৌ সাৱধান। সিজনাৰ চকু পৰিলে কিন্তু ৰক্ষা নাই।"

"তাকে হে ক'ব খুজিছোঁ তোমাক। ৰৰৰকৰা ভাওৰীয়াই বোলে ককাইক ৰাতি নি সুধিছিল, ঘৰ ক'ত, নাম কি। ককায়েও বৰ ভয় খাইছে। আয়ে যে কথা শুনি কান্দিছেই।"

গৰৈ চিন্তিত হ'ল। পুৱা আহি মাকৰ মুখে জয়দৌলত নাচিবলৈ ফুলমতী যোৱাৰ কথা শুনি সি যিটো সন্দেহ কৰিছিল, সেইটো সন্দেহেই সঁচা হ'ল দেখোন। বুকুত লাগি শুকাই থকা বোকাৰ ছিটিকনিবোৰ মোহাৰি একন্নাই সি সুধিলে,

"ককায়েৰ হৰিয়ে কি কয় ?"

"ককায়ে ভাবিছে, কোনোবা গোসাঁই-মহন্তৰ সত্ৰত নি মোক থোৱাৰ কথা। গোসাঁই-মহন্তলৈ বোলে ৰজাৰ ভয়-ভক্তি দুয়োটা আছে।"

"কাৰ লগত থাকিবিগৈ ?"

ওচৰৰে গছপুলিটোৰপৰা খহোঁ খহোঁ হৈ থকা বেলি-পকা লতাভাল ফুলমতীয়ে আলফুলে ডালকৈ লগাই দিলে।

"নকৱ কেলেই ?"

"ককায়ে একো কোৱা নাই। আয়ে কোৱা শুনিছোঁ, তুমি আহিলে তোমাৰে লগত· ···।"

গৰৈৰ গোটেই গাটো শিৰ্ৰাপিৰাই গ'ল। ইমান সহজে ফুলমতী তাৰ হৈ যাব নে ? বিপদৰ নামত আশীৰ্বাদেই আহিছে নেকি ? ফুলমতীয়ে কথা শেষ নকৰিলে ; তাতকৈ বেছি খোলাখুলিকৈ ফুলমতীৰ মুখৰপৰা সেই কথা শুনিবলৈ তাৰে লাজ লাগিল। প্ৰসঙ্গটো তল পেলাবৰ কাৰণেই সি কানৰ গামোচাৰ আগেৰে মুখখন মচি হঠাতে সুধিলে,

"ৰজাক দেখি মন থাই অহা নাইতো ?"

"ছিঃ।"

ফুলমতীৰ কথাই গৰৈক স্বৰ্গীয় সুখ দিলে। কোৰৰ নালটো কিমান মিহি সি আকৌ এবাৰ হাত ফুৰাই চালে।

"আয়ে কৈছে···"—তলমূৰকৈ কিবা এটা ক'ব খুজি ফুলমতী বৈ গ'ল।

"কি ?"

"এস্ নকওঁ।"

"ক আকৌ, কোনোবা আহি ওলাবহি ; ৰাতিও হয় হে লাগে।"

"জানো, কিবা লৰালৰিকৈ বিয়া-চিয়াৰ নিয়ম এটা কৰি তোমাৰ হাততে গতাই দিব বোলে। ৰাতি ককাইক কোৱা শুনিছিলোঁ। সেই বিষয়ে তোমালোকৰ ঘৰত কথা পাতিবলৈ কাৰবাক কাৰবাক লৈ ককাই আজিয়েই যাব হ'ব পায়।"

ঢৌখ্যটা বহাগ একেলগে এবেহা হৈ ফুলি উঠা ফুলমতী। সেই এবেহা ৰূপৰ উন্মাদনাৰ উমত বুকুত লোৱা গামোচাখন ফুলি অহা ফুলকলিৰ চুপহিৰ দৰে খহি পৰিব খোজে। কোবৰ নালত জোৰেৰে মুঠি মাৰে গৰৈয়ে, তাৰ বাহু পিৰপিৰায়, বুকুখন খালী খালী লাগে। নিজক সংযত কৰিবৰৈ যুদ্ধ কৰোঁতে ওঁঠত বিবিঙা ঘামখিনি হাতৰ ঠাবিৰে মোহাৰি মাতটো স্বাভাৱিক কৰিবৰ চেষ্টা কৰি সি সোধে,

"তোৰ ভয় লাগিছে নেকি ফুল?"

"কিয়?"—আকুলভাৱে তাৰ মুখলৈ চাই তাই একো নভৰাকৈ সোধে।

"বজাই লিগিৰী কৰিবলৈ নিয়ে বুলি?"

"তোমাৰ নিচিনা বৰবজা থাকোঁতে মই কাকলৈকো ভয় নকৰোঁ।"

হাতত থকা ঢেঁকীয়াৰ ঠাবিবোৰ সৰু সৰুকৈ ছিঙি পেলোৱাৰ লগে লগে নিজৰ মনৰ মাজৰ উত্তেজনাখিনি উলিয়াই পেলোৱাৰ চেষ্টা কৰিলে ফুলমতীয়ে। কেঁচা শাকৰ গোন্ধ, কেঁচা মাটিৰ বোকাৰে লুতুৰি-পুতুৰি গৰৈৰ কেঁচা ঘামৰ পুৰুষ গোন্ধ, অস্বাভাৱিক নিস্তব্ধতা—এই সকলোবোৰে তাইক বৰ দুৰ্বল কৰি দিছিল। ক'ৰবাত যেন আঁউজি দিব।

হাতত, ভৰিত আৰু বুকুত লাগি থকা বোকাবোৰলৈ এবাৰ চালে গৰৈয়ে। পশ্চিমৰ ভাৰৰৰ ক'লীয়া চুলিত বেলিয়ে মুখখন লুকাই দিলে। সেই ইংগিত বুজি গছৰ ডালত পখীয়ে সৰু সৰু নীড় বিচাৰিলে। গৌৰীনাথৰ মুখত পিৰপিৰোৱা আশাই আকুলভাৱে টানি আনিলে ফুলমতীৰ ভাৰৰ-ক'লা চুলিখিনি—তাৰ মুখৰ পুৰুষ-আশা সেই অন্ধকাৰত মিলাই দিবলৈ।··

যৰত গৈ গৌৰীনাথে গা ধুৱৰ সময়ত ফুলমতীৰ হাতৰ ঢেঁকীয়াৰ পাত কেইটামান তাৰ বুকুত লাগি থকা দেখি চিকুটি চিকুটি এৰুৱালে—বুকুৰ লোমৰ মাজৰপৰা। আজিৰ সেই ক্ষণিক উন্মাদনাত খন্তেকৰ কাৰণে তাৰ বাহুৰ মাজত সাৱটি লোৱা ফুলমতীৰ অবিহনে তাৰ জীৱনৰ কোনো অৰ্থ নাই। সাৱটি ধৰাৰ উন্মাদনাটোক আজি সি দমাব নোৱাৰিলে। সি নাজানে, সিয়েই আগবাঢ়ি গ'ল নে ফুলমতীয়েই আগুৱাই আহিল। কিন্তু সেই এক মুহূৰ্তৰ অবাধবিত সিহঁত দুটা শুচি এটা হ'ল। এতিয়া-হে মনত পৰিছে, সি চুমা এটাও খাবলৈ পাহৰিলে। গধায় কোবৰ নালৰ পৰশ চিনা হাতে মিহি দেহৰ পৰশ পাই সকলো পাহৰি গ'ল। ভালেই হ'ল, গুৰুজনে কয়, বিয়াৰ আগতে বোলে···নাপায় ধেৎ··· ··

গুৰে বাতি টোপনি নাহিল ফুলমতীৰ। জীৱনত এই প্ৰথম তাই পুৰুষৰ বাহু-বন্ধনৰ সোৱাদ পালে, তাকো তাইৰ মনে বিচৰা মানুহটোৰ। সেই খন্তেকৰ বাহু-বন্ধনত যেন ফুলমতীয়ে পৃথিৱীৰ সকলো সুখ, সকলো শান্তি, সকলো আশ্ৰয় বিচাৰি পালে। সকলোপৰা একেলগে ভাঙৰ হোৱা এই গৰৈৰ মাজত, এই ধাৰে থকাৰ মাজত, এই বৰবজাৰ মাজত, ইমানখিনি দিব পৰা শক্তি বাৰু ক'ত লুকাই আছিল!

॥ দুই ॥

পুৱাৰ পোহৰে পৃথিৱী পোহৰ কৰিলে। আহোম ৰাজ্যৰ ৩১ নম্বৰ ৰজা চুতেনফা ওৰফে স্বৰ্গদেও শিৱসিংহই ভালেকিবছৰ ৰাজপাটত সম্ভোগ-উপভোগৰ মাজেদি ৰাজকীয় জীৱন কটাই আছি আজি অনুভৱ কৰিলে কিবা এটাৰ অভাৱ। ইন্দ্ৰৰ অমৰাৱতীৰ অপ্সৰী উৰ্বশী, মেনকা, ৰম্ভা চিৰযুৱতী আছিল। ইন্দ্ৰবংশী ৰজাঘৰতো লিগিৰী চিৰযৌৱনা আছিল। প্ৰায় সকলো লিগিৰীৰে যৌৱনপ্ৰাপ্তি ঘটিছিল ৰাজকাৰেঙত যে, ১০।১১ বছৰতে ধুনীয়া ধুনীয়া ছোৱালী ধৰি অনা হৈছিল—যাতে অনাঘ্ৰাত যৌৱনৰ প্ৰথম সোৱাদ নিজে পোৱাৰ বিষয়ে ৰজা নিশ্চিত হ'ব পাৰে। বয়স হ'লেই সেই লিগিৰী কাৰেঙৰপৰা বাহিৰ কৰি দিয়া হয়। তেতিয়া বেচেৰীহঁতে প্ৰায়ে ভা-ভাঙৰীয়া বা সাধাৰণ বিষয়া আদিক দেহ বেচি দুবেলাৰ ভাত উলিয়াইছিল। কাৰণ, বেচেৰীহঁতক নিজ সমাজে পিচত আৰু গ্ৰহণ নকৰিছিল। ৰজাঘৰক কেন্দ্ৰ কৰি সমাজ-দেহত এই দৰে বিষ বিয়পিছিল। কিন্তু ৰাজকাৰেঙত লিগিৰী সদায় চিৰযৌৱনা আৰু নৱযৌৱনা হৈ থাকিল।

পুৱা ৰজাৰ নিদ্ৰাভঙ্গ হোৱাৰ লগে লগে এডামুৰি দিয়াৰ ইঙ্গিতত দহজনী গা-ঢোৱা লিগিৰী সোমাই আহিল। সেই পুৱাতে লিগিৰীহঁত স্নান কৰি, অঙ্গত সুবাস ঘঁহি, একোজনী ৰতি যেন হৈ আহিছে। নৱযৌৱনপ্ৰাপ্ত সুন্দৰ দেহক পুৱাৰ অলপীয়া শুভ্ৰ সাজে ক্ষণত বৰণ চৰাইছিল। চকুত সিহঁতৰ তেতিয়াও ৰাতিৰ সপোনৰ ওলোমাবাদুলি। ৰজাৰ সৰ্বাঙ্গ পিটিকি দিবলৈ আৰম্ভ কৰিলে সিহঁতে। চিৰাচৰিত অভ্যাস মতেই এজনীয়ে বিলাস দূৰ অন্তৰ সংযত কৰি দিলে ৰজাৰ অবিভক্ত সাজপাৰ। ৰজাই চকু মেলিলে। মুৰ পিটিকা লিগিৰীজনীৰ বুকুখন তেওঁৰ চকুৰ ওপৰতে। ৰজাই নিৰাবৰণ কৰি ফুল এপাহৰ দৰে সজাই দিলে। এনেয়ে। এজনীক আদেশ দিলে তাইৰ তিতা চুলিৰে তেওঁৰ চকু মোহাৰি দিবলৈ। ভৰিকিটাত অকণো আৰাম লগা নাই; আদেশ দিলে লিগিৰীহঁতক, নিতম্বদ্বয়েৰে মৃদু চাপ দিবলৈ। ভইত লিগিৰীহঁতৰ হাতবোৰ ইমান টান কেলেই! ৰজাই মুখত দুখ পাইছে। এজনী লিগিৰীয়ে ইংগিত বুজি বুকুৰ পৰশ দিলে ৰজাৰ মুখত। তথাপি শান্তি নাই। বুকুৰ ওপৰৰ কাপোৰো ৰজাৰ কপালৰ ছাল কাটিব খোজে। বিবসনা বুকুৰ পৰশত হে ৰজাই শান্তি পালে। তাৰ পাচত ৰজাৰ চকুৰ শান্তিৰ কাৰণে দেহৰ বিভিন্ন দেশ দৰ্শনৰ অভিনয় লিগিৰীহঁতে সহজভাৱে কৰি গ'ল। ৰজাৰ অঙ্গে অঙ্গে অঙ্গনাসকলৰ অঙ্গৰ পৰশ, ৰজাৰ চকুৰ আগত নিৰাবৰণ যৌৱন। ৰাজপ্ৰাসাদ ভেদ কৰি এই নিৰ্লজ্জ অভিনয় দেই-পুৰি মাৰিবলৈ বেলিয়ে কৰা চেষ্টা কেৱল কাৰেঙৰ চালখন ওপৰত হ'ল। সেই পৰ্বৰ শেষত ৰজাই স্নানাৰ্থে গমন কৰিলে—সখীসৱ পৰিবেষ্টিত শ্ৰীকৃষ্ণৰ দৰে।

বৰঘৰৰ পশ্চিম বেৰৰ কাষত ধুতি হৈ বহা ঠাইত স্বৰ্গদেও স্নানৰ পাচত পূজা

কৰি আছি ধুতি হৈ বহিলহি—পিন্ধৰ তামুলী পীৰাত। পীৰাৰ ওপৰত পাটৰ কাপোৰ, তাৰ ওপৰত বানত। তাৰ পাচত স্বৰ্গদেৱে পূজা কৰা ঘৰৰপৰা বৰপূজাৰীয়ে নিৰ্মালি আৰু প্ৰসাদৰ দুখন ৰূপৰ শৰাই আনি ৰজাৰ আগত থ'লেহি। সেইদৰেই লক্ষ্মী-নাৰায়ণৰ নামঘৰৰ দেউ আৰু চোমদেও ঘৰৰ চিৰিঙৰ বৰুৱায়ো দুই দেৱতাৰ প্ৰসাদ আনি ৰজাক দিলেহি। কোনো বিশেষ ধৰ্মৰ প্ৰতি কোনো বিশেষ আকৰ্ষণ নাছিল ৰজাৰ। তেওঁ শাক্ত হৈছিল ৰাজপিতৃৰ ইচ্ছা অনুসৰি ; আৰু সেই ধৰ্মৰ প্ৰতি পিচলৈ আকৰ্ষণ অনুভৱ কৰিছিল দেৱীৰ নামত সুৰা-সুন্দৰী-সঙ্গীতৰ স্বৰ্গসুখ উপভোগ কৰাৰ দিহা পূজাৰীসৱে দিয়া কাৰণে। লক্ষ্মী-নাৰায়ণৰ প্ৰসাদ লৈছিল সেই পূজাৰ ভক্ত পূজাৰীক সন্তুষ্ট কৰি ৰাখিবলৈ। আৰু পুৰাণৰ আহোম নীতি মতে চলি আছিল চোমদেও ঘৰৰ পূজা। পূজাৰীসকলে নিৰ্মালি-প্ৰসাদ লৈ নিজ নিজ থানলৈ গতি কৰিলে। ৰজাই নিজ হাতে গন্ধ-পুষ্প-ধূপ-ধূনা গ্ৰহণ কৰাৰ পাচত স্বৰ্গদেৱৰ দৰৱ খোৱাৰ আৰু জলপান খোৱাৰ ধুতি বস্ত্ৰ বৰতামুলী লিগিৰীয়ে আনি দিলে। লক্ষ্মী-নাৰায়ণ গোসাঁই-ঘৰৰ পুৰকালে মুকলি টুপত গায়ন-বায়নৰ খুব বাজি উঠিল। তাৰ পাচত ৰজা বুৰঞ্জী-চ'ৰাইদি চাংমাইশালত ভোজন কৰিবলৈ গ'ল। আহাৰ সমাপন কৰি দুপৰীয়া স্বৰ্গদেও আহি বৰঘৰৰ দক্ষিণৰ পালেঙীখাটত বহিলহি। বৰকুঁৱৰী ৰত্নকান্তি আহি বানতত উপবিষ্টা হ'লহি। লগে লগে বৰতামুলী লিগিৰীয়ে থুৰীয়া তামোলৰ সোণৰ তামুলী শৰাই, খাটনিয়াৰ ওজাই সোণৰ হোকাৰে মলাধঁপাত আৰু গা-চোৱা লিগিৰীইতে কাপোৰৰ শৰাই, পূজাৰীসকলে দিয়া ধূপ-নিৰ্মালিৰ শৰাইকিখন, হাপোৰ, কাকৈ-ফণি, ডুলাখৰিকা আৰু ভোগদ্ৰব্য আনি দিলেহি। ইয়াত এতিয়া একমাত্ৰ ৰজাই পুৰুষ, বাকী সকলো নাৰী। ইয়ালৈ মতা মানুহ অহা নিষিদ্ধ। এগৰাকী আইকুঁৱৰীয়ে সমুখে শৰাইৰপৰা কাপোৰ দাঙি দিলে। আন এগৰাকী কুঁৱৰীয়ে বত্ৰিশ অলংকাৰ ৰজাক পিন্ধাই দিবলৈ সাজু হ'ল। এজনী পালতী লিগিৰী গৈ বেজবৰুৱাক মাতি আনিলেগৈ। বেজবৰুৱাই আহি স্বৰ্গদেৱৰ স্বাস্থ্য পৰীক্ষা কৰিলে। ৰজা অলপ চিন্তিত যেন লাগিল। সেই চিন্তাৰ হেঁচা স্বৰ্গদেৱৰ নাড়ীত গম পোৱা বুলি বেজবৰুৱাই জনালে আৰু তাকে জনাই ওলাই গ'ল। তাৰ পাচত লিগিৰীইতৰ লগতে আইকুঁৱৰীসৱে ৰজাক কাপোৰ, অলংকাৰ আদি পিন্ধোৱাত লাগিল। কাৰো মুখত কোনো কথা নাই। কেৱল এক ৰজাক বিভিন্ন ঠাইৰপৰা আনি একে ঠাই কৰা তালেমান যুৱতীয়ে এপদ এপদকৈ সাজপাৰ কৰাই গ'ল।

ইপিনে ৰজাৰ আদেশ মতে ৰূপচন্দ্ৰ বৰবৰুৱা আহি বৰঘৰৰ টুপত দুৱা চাওঁতে বহি আছিলহি। ৰজাই মাতি পঠিয়াইছিল বৰবৰুৱাক। আদহীয়া বৰবৰুৱা বুধিয়ক মানুহ। তেওঁৰ মনত থকা উৎপতীয়া সকলোক জেওৰা ভাঙোতেই যদি তালৈকে দুৱাৰমান দিলে ঠিক হৈ যাব বুলি এবাৰ কোনোবা এজনে কৈছিলগৈ। তেওঁ উত্তৰত কৈছিল: "সকক কথা শিকোৱা সৰু-বুদ্ধি মূৰত সোমালে ৰজাঘৰীয়া চাউল উকলিব থাক।" সেইদৰেই ৰজাকো কোনো কথাত প্ৰতিবাদ নকৰে তেওঁ।

বৰঞ্চ যিবোৰ কাম কৰিলে ৰজাই ভাল পাব বুলি মনত ধৰে, সেইবোৰ ভাল কাম বুলি ধৰে। ৰৰবৰুৱাই কেতিয়াও ৰজা হোৱাৰ কথা নাভাবে। যিখন সিংহাসন কাষত লৈ থকা তিনি মন্ত্ৰীৰ এজনে কাম্ভ লৰালেই সৰি পৰাৰ ভয়, সেইখনৰ প্ৰতি তেওঁৰ লোভ নাই। কিন্তু…

ইপিনে ৰজাক সাজ-পোছাক পিন্ধোৱা শেষ কৰিলে লিগিৰীহঁতে। ৰজা পালেঙৌখাটতে বহি থাকিল। ময়ূৰপাখিৰ বিচনী লৈ বিচি থকা তিনিজনী গা-চোৱা লিগিৰীৰ বাহিৰে বাকীসকল কুঁৱৰী-টোললৈ গ'ল। পৰীয়া লিগিৰীহঁতে ঠায়ে ঠায়ে পহৰা দি থাকিল। ই যেন ৰাজভৱন নহয়, বৃন্দাৱন হে।

ৰজা সাজু হ'লত টুপৰ দক্ষিণফালে থকা সঁচাৰ মৰা আঁৰধৰা আৰু পালেঙৌখাটৰ চাৰিপিনে থকা ফকাম আঁৰ কাপোৰ লিগিৰীহঁতে আঁতৰাই দিলে। ৰজা দৃষ্টিগোচৰ হ'লত ৰৰবৰুৱাই দুৱতে আঁঠু ল'লে। ৰজাই ৰৰবৰুৱাক ওচৰলৈ মাতিলে। ৰূপচন্দ্ৰ আহি ৰজাৰ কাষতে মজিয়াত আঁঠু লৈ বহিল। ৰজাৰ ইংগিতত লিগিৰীহঁত আঁতৰি গ'ল।

"ৰৰবৰুৱা, বিশেষ সকাম পাৰিছে।"

'আদেশ কৰক স্বৰ্গদেও।"

"পৰহি জয়দৌলত দেখা নাচনীজনীৰ বাৰ্তা ল'ব খুজিছোঁ।"

"হয় স্বৰ্গদেও। সকলো খবৰ লোৱা হৈছে। তাই এই শগুণপৰাৰ সৰ্বানন্দ কলিতা নামৰ নটৰ জী। ভাল কলিতা বংশ। সৰ্বানন্দ ঢুকাল। এতিয়া তাই, ককায়েক এটা আৰু সৰ্বানন্দৰ ঘৈণীয়েক আৰু ভায়েক হে আছে। এয়ে সিহঁতৰ সংসাৰ।"

"তেন্তে তাইক লিগিৰী কৰি আনিব লাগে।"

"মই কালিয়েই আনোগৈ বুলিছিলোঁ। কিন্তু স্বৰ্গদেৱৰ আদেশ নোহোৱাকৈ সাহ নকৰিলোঁ। এনেকুৱা ৰূপ-যৌৱন ৰাজকাৰেঙত হে শোভা পায়।"

"পিচে ৰৰবৰুৱা, ৰাজঘৰৰ মান ৰাখিবলৈ কিছু ব্যৱস্থা কৰিব। প্ৰথম হ'ল, আনিবলৈ আন লিগিৰী লগত নিব। আৰু যাতে কাৰো মনত দুখ নোপজে, তাৰ বাবে যি লাগে ধন-বিত দি আহিব সিহঁতৰ ঘৰত। বৰকুঁৱৰীয়ে অসন্তোষ প্ৰকাশ নকৰিবৰ অৰ্থে ক'ব, আপুনি ফুৰিবলৈ যাওঁতে লিগিৰী হোৱাৰ উপযুক্ত ছোৱালী দেখি, আৰু তায়ো লিগিৰী হোৱাৰ ইচ্ছা প্ৰকাশ কৰাত, আপুনি লৈ আহিছে বুলি। আমাৰ বৰপূজাৰীৰো মতটো ল'ব লাগে, নহ'লে এই ব্ৰাহ্মণসৱে সৰু কথাতে বৰ অস্থলখন লগায়।"

"হয় স্বৰ্গদেও। পূজা ঘৰতে পূজাৰী বৈ আছে। আপোনাৰ আৱশ্যক হ'ব পাৰে বুলি ময়ে খবৰ দিয়াইছিলোঁ—অপেক্ষা কৰিবলৈ।"

পালতী লিগিৰী গৈ পূজাৰীক লৈ আহিলগৈ। ৰজাক বংশ বৃদ্ধি হ'বলৈ আশীৰ্বাদ দি, মুখত মধুৰ হাঁহি লৈ ব্ৰাহ্মণ পূজাৰী সোমাই আহিল। নিৰ্দিষ্ট আসনত উপবিষ্ট হ'বলৈ ৰজাই কোৱাৰ পাচত পূজাৰীয়েই প্ৰথমে কথা ক'লে:

"দেৱীৰ কল্যাণত ৰজা বা ৰাজ্যৰ কোনো বিপদৰ আশংকা হোৱাৰ কথা নাই। কিন্তু—"

"কিন্তু পূজাৰীদেউ, এক বিশেষ পৰামৰ্শৰ বাবে আপোনাক স্মৰণ কৰা হৈছে।"

কপালত ৰক্তচন্দন, টিকনিত ৰক্তজবা আৰু মুখত প্ৰশান্তিৰ ছাঁ পেলাই গুৱনি ব্ৰাহ্মণ পূজাৰীয়ে যি পৰামৰ্শ লাগে তাকে দিবলৈ প্ৰশ্নসূচক দৃষ্টিৰে ৰজালৈ চালে।

"পূজাৰীদেউ, মই এটি কলিতাকুলীয়া পুষ্পিতা যুৱতীক লিগিৰী কৰি আনিব খুজিছোঁ। এনে কাৰ্য্যত আমাৰ ধৰ্মৰ অমত নাই নহয়?"

পূজাৰীয়ে সন্তোষৰ হাঁহি মাৰি ক'লে, "মহাৰাজাধিৰাজে এটি লিগিৰী আনিব, তাত আমাৰ ধৰ্মই কিয় মাতিব? দেৱীৰ ধৰ্মই এনেকুৱা সাধাৰণ কথাত হকাবধা নকৰে। আমাৰ ধৰ্ম উদাৰ ধৰ্ম। তথাপি মহাৰাজ, ধৰ্মৰ প্ৰতি আপোনাৰ এই ভক্তি অতি উত্তম কথা। আপোনাৰ নিচিনা ভক্তই ধৰ্মক সবল কৰে। এই ভক্তিৰ কাৰণে দেৱীয়ে আপোনাক সদায় ৰক্ষা কৰি থাকিব।"

ধৰ্মৰ গুৰুক সন্তুষ্ট কৰাৰ উদ্দেশ্য সিদ্ধি হোৱাত ৰজাই এটি ৰাজকীয় হাঁহি মাৰি ক'লে :

"কিন্তু কেতিয়াবা যদি বৰকুঁৱৰী কৰিব খোজোঁ, আপোনাসকলে সেই কলিতাৰ ঘৰৰ ছোৱালীজনীক ৰাণী বুলি মানিব জানো?—ৰজাই ভৱিষ্যতৰ বাটটোও পৰিষ্কাৰ কৰি ল'ব খুজিলে।

গুৰুগম্ভীৰ স্বৰেৰে ব্ৰাহ্মণে সমিধান দিলে :

"মহাৰাজাধিৰাজ, আমাৰ ধৰ্মৰ সকলো শাস্ত্ৰৰ সম্ভেদ আপোনাক দিয়া হোৱা নাই কাৰণেই আপোনাৰ এই সন্দেহ উপজিছে। এই কামৰূপ তথা অসম দেৱীৰ দেশ। ইয়াত সুন্দৰী নাৰী মাত্ৰেই দেৱীৰ অভিব্যক্তি। শাস্ত্ৰত কয়,

"অন্যত্ৰ বিৰলা দেৱী কামৰূপে গৃহে গৃহে।" গতিকে সাধাৰণ ঘৰৰ সুন্দৰী হ'লেও তেওঁ দেৱীয়েই। তেওঁক ৰাণীৰূপে পোৱাত আমাৰ কোনো আপত্তি থাকিব নোৱাৰে। আৰু মহাৰাজ, সুন্দৰী ৰমণীৰ সংগ ল'লে দেৱী তুষ্টা হয়।"

"কিন্তু তেওঁ যদি বৈষ্ণৱকুলীয়া হয়?"

"মহাৰাজ, বৈষ্ণৱ, শৈৱ, বৌদ্ধ আদি সকলো হিন্দু, আৰু সকলোৰে মূলতে সেই আদ্যাশক্তি। আপুনি বুদ্ধক পূজা কৰিও দেৱীক পূজা কৰিব পাৰে, বিষ্ণুক পূজিও দেৱীক পূজিব পাৰে। শিৱ যেখোন লিঙ্গৰূপে দেৱীৰ যোনিতে থাকে। দেৱীৰ মাহাত্ম্য অপাৰ, দেৱীৰ লগত কাৰো বিৰোধ থাকিব নোৱাৰে। গতিকে দেৱীৰ ভক্ত, বা পূজাৰীয়ে আন কোনো হিন্দুকে নিষিধায়—লাগে তেওঁ বৈষ্ণৱেই হওক বা শৈৱই হওক। আৰু স্বৰ্গদেও, নৰকক 'শক্তি'-অস্ত্ৰ বিষ্ণুৱে হে দান দিছিল। 'শক্তি পূজা' নৰকৰ যোগেদি প্ৰচাৰো কৰালে বিষ্ণুৱে হে। গতিকে বৈষ্ণৱৰ লগত আমাৰ বিৰোধ হ'বই নোৱাৰে।"

"কিন্তু তেওঁ আদি যদি দেৱী পূজা কৰিবলৈ মান্তি নহয়?"

"মহাৰাজ, দেৱীৰ অসীম শক্তি। আৰু মহাৰাজ, তেওঁ ৰাণী হ'লেই ৰজাৰ ধৰ্ম, পতিৰ ধৰ্ম গ্ৰহণ কৰিব। পতিৰ ধৰ্মই পত্নীৰ ধৰ্ম মহাৰাজ। আপুনি অতি বিবেচনাৰে সকলো কাৰ্য্য কৰে কাৰণে হে ইয়ানখিনিলৈ ভাবিছে। আপোনাক ভৱিষ্যৎ-বাণী কৰি থ'লোঁ, এই লিগিৰী যদি ৰাণী হয়, তেন্তে তেওঁ নিজে দেৱীৰ দৰে অসীম আগ্ৰহেৰে শাক্ত ধৰ্ম প্ৰচাৰ কৰিব।"—ৰজাৰ মন বুজি পূজাৰীয়ে ভৱিষ্যৎ-বাণী কৰিলে।

বৰবৰুৱাই দেখিলে, পূজাৰীৰ প্ৰয়োজন শেষ। ৰজাৰ মুখ অভিব্যক্তিহীন হ'লেও বুজিব পাৰি যে ৰজাই ভিতৰি ভিতৰি হাঁহিছে। বৰবৰুৱাই ৰজালৈ চাই লাহেকৈ পূজাৰীক ক'লে:

"পূজাৰীদেউ, এই বহুমূলীয়া পৰামৰ্শৰ কাৰণেই স্বৰ্গদেৱে আপোনাক স্মৰণ কৰিছিল। এতিয়া যদি আপোনাৰ পূজা-সেৱালৈ পলম হয়, তেন্তে......"

ইংগিত বুজি পূজাৰীয়ে ৰজাক আশীৰ্বাদ দি প্ৰসন্ন মনে বিদায় ল'লে।

একেদৰেই লক্ষ্মী-নাৰায়ণ থাপনাৰ দেউক আনি ৰজাই একে মত ল'লে। আহোম-বিধীয়া পুৰোহিতক মাতিও একেদৰে মত লোৱা হ'ল। সাধাৰণতে লিগিৰী এজনী আনিবলৈ এই দৰে মতামত লোৱাৰ কোনো প্ৰয়োজন নাই। কিন্তু ভীৰু ৰজা শিৱসিংহ। তেওঁৰ ৰাজ্য বিস্তাৰৰ হাবিয়াস নাই, দেশৰ কিবা মঙ্গল সাধাৰ সপোন নাই; কেৱল একমাত্ৰ উদ্দেশ্য—কোনো গণ্ডগোল নোহোৱাকৈ জীৱনৰ দিনকিটা শান্তিৰে ৰাজকাৰেংৰূপী বৃন্দাবনত সুখেৰে কটাই দিয়া। সেয়ে সৰু সৰু কথাও সকলোকে সুধি-মেলি লয়—যাতে ভৱিষ্যতে কোনেও ৰজাৰ কাৰ্য্যক বেয়া বোলাৰ সুবিধা নাথাকে।

ইয়াৰ পাচত বৰবৰুৱাক ৰজাই নিৰ্দেশ দিলে—আজি সন্ধিয়াৰ ভিতৰতে ফুলমতী নাচনীক লিগিৰী কৰি আনিবলৈ। বৰবৰুৱাক বিদায় দি স্বৰ্গদেৱে বুঢ়াগোহাঁইদেৱলৈ খবৰ পঠিয়ালে, আজি কোনো ৰাজকাৰ্য্য স্বৰ্গদেৱে সমাপন নকৰে বুলি।

সকলো ৰাজকাৰ্য্য বাদ দি নতুন লিগিৰীৰ কথা ভাবি ভাবি ৰজাই পালেঙীখাটত বহি লিগিৰীজনীক মাতিলে। ইংগিত মতে এজনী লিগিৰীয়ে সোণৰ কাম কৰা টেকেলিত মদ আৰু আনুসংগিক দ্ৰব্য এখন শৰাইত সজাই আনি ওচৰতে থ'লে। ৰজাৰ সৰ্বাংগত প্ৰায় চুকুৰি কোমল হাতৰ পৰশ পৰিল। এনেতে বৰকুঁৱৰী বা ৰাণী বসুকান্তি সোমাই আহিল। ৰাণীৰ মুখত উৎকণ্ঠাৰ চিন। ৰাণীৰ আদেশত লিগিৰীহঁত আঁতৰি পৰিল। ৰাণীয়ে পালেঙত সেৱা কৰি আঠু লৈ ৰজাক জনালে:

"অনুমতি নোলোৱাকৈ অহাৰ কাৰণে ক্ষমা কৰিব বঙহৰদেও। অভাগিনীয়ে একো অপৰাধ কৰা নাই যেন পাওঁ।"

ৰজাই বৰকুঁৱৰীলৈ চালে। নৱযৌৱনৰ কোমলতা ৰাণীৰ মুখত নাই; আছে সন্তোষৰ অৱসাদ। ফুলমতী নাচনীৰ আগত এই কুঁৱৰীক বুঢ়ী যেন লাগিব।

"বিশেষ ৰাজকীয় চিন্তাত মই ব্যস্ত। মোক খন্তেক অকলৈ থাকিবলৈ দিব লাগে।"

"মই কেনেকৈ সেৱা কৰিলে আপুনি সুখী হ'ব ?"

"প্ৰয়োজন হ'লে মই বাৰ্তা পঠিয়াম।"

"আপোনাৰ ইমানবোৰ পাত্ৰ-মন্ত্ৰী থাকোঁতে আপুনি কিয় ইমান চিন্তা কৰিবলগীয়া হৈছে ? অভাগিনীয়ে জানিব পাৰোঁ নে ?"

"এইবোৰ কঠিন ৰাজকাৰ্য্যৰ কথা ; তোমাৰ বুজত নোসোমায়। এতিয়া তুমি নিজ টোললৈ যোৱাঁ।" নতুনকৈ আনিবলৈ পঠোৱা লিগিৰীজনীৰ বাহিৰে আন কোনো কুঁৱৰীকে এতিয়া চাবৰ মন যোৱা নাই শিৱসিংহৰ। এই নতুনত্বৰ লোভকণৰ বাহিৰে নাৰীৰ সংগ-সুখ আমুৱাই যোৱাকৈ পাই আহিছে তেওঁ। কিন্তু, সকলো অত্যাচাৰ-কৰি-কৰি-অক্ষম-হোৱা পুৰুষৰ দৰেই শিৱসিংহয়ো নিজৰ যৌৱনৰ দুষ্ট ক্ষুধা পূৰাবলৈ নিতৌ ন নাৰীৰ সংগ-সুখ বিচাৰে। আমাৰ ৰাজকাৰেঙত যিমান ইটা আছে, তাতকৈ হেজাৰ গুণ বেছি যুৱতী নাৰীৰ সতীত্ব নীৰৱ হৈ আছে। ইচ্ছা মতে বহু নাৰীৰে সৈতে বিকৃত-প্ৰকৃত উভয় উপায়েৰে কাল যাপন কৰা ৰজাৰ শয়নকক্ষৰ ইতিহাস বুৰঞ্জীত লিখিব পৰা নগ'ল—নিতান্ত ৰজাঘৰীয়া গুপ্ত বাৰ্তা বুলিয়েই।

ইমান বছৰে সন্তানৰ মুখ নেদেখি হাহাকাৰ কৰি থকা মাতৃত্বৰ বোজা বৈ সকলো সহ্য কৰি যোৱা বৰকুঁৱৰীক আজি শোকে খুন্দা মাৰি ধৰিলে। লাহে লাহে তেওঁ শয়নকক্ষৰপৰা ওলাই আৰু কুঁৱৰী-টোলত গৈ হুকহুকাই কান্দিবলৈ ধৰিলে। কি এই জীৱন ? হ'ব পাৰে ৰজা, কিন্তু যি ৰজাই মাতৃত্ব দিব নোৱাৰে সেই ৰজাৰ ৰাণী হৈ কোন নাৰী সুখী হ'ব পাৰিব ? বিৰাট ৰাজ্যৰ ৰজা ইন্দ্ৰবংশী শিৱসিংহ। দিনে হেজাৰ মানুহে, ডা-ডাঙৰীয়াই তেওঁৰ আগত আঁঠু লয়। পুৰুষসিংহ। কিন্তু সেই শিৱসিংহ কিমান পৌৰুষত্ব থকা পুৰুষ, সেই কথা ৰাণী বসুকান্তিতকৈ কোনে বেছি বুজে ? চকুৰ পানীয়ে বাধা নমনা হ'ল ৰাণীৰ। লিগিৰীহঁতে সচৰাচৰ নিয়মমতে পাতৰ কুলাম গামোচা আনি ৰাণীৰ চকুপানী টুকি ল'লেহি, চোঁৱৰেৰে বিচি দিলেহি, নিজৰ নিজৰ চকুতো পানী উলিয়াই দেখুৱালে। সাধাৰণ নিয়ম—ৰজাৰ বৰকুঁৱৰীয়ে কান্দিলে সকলোৰে চকুত চকুপানী ওলাব লাগিব।

এই অভিনয় দেখি, ৰাজকীয় পৰিচ্ছদৰ আঁৰত লুকাই থকা ৰাণীৰ আচল মানুহজনী খঙত জ্বলি উঠিল। খুব সাধাৰণ তিৰোতাৰ দৰেই টান কথা শুনাই দিলে লিগিৰীহঁতক। লিগিৰীহঁত আঁতৰি থিয় হ'ল। সূৰ্য্যৰ পোহৰ সোমাবলৈ ভয় কৰা এই ৰাজ-কক্ষত বহি বহি ৰাণী বসুকান্তিয়ে ভাবিলে : যদি ক'ৰবালৈ গুচি যাব পাৰিলোহেঁতেন ! কিন্তু ক'লৈ যাব ? বাহিৰত মানুহে জানে ৰজাৰ বৰকুঁৱৰী, কি সুখ। ডা-ডাঙৰীয়াই আহি যাব আগত আঁঠু লয়হি। কিন্তু বৰকুঁৱৰী বসুকান্তিয়ে জানে, সাপৰ গাঁতত সোমাই জীয়াই জীয়াই ওলাই অহাৰ আশা থাকিলেও, ৰজাৰ বৰকুঁৱৰী হৈ জীৱন্তে ৰাজ-কাৰেঙৰপৰা ওলাই যোৱাৰ কোনো আশা নাই। ৰজাই সেই অপমান সহ্য নকৰে ; তাৰ বহু আগতেই সেই কুঁৱৰীৰ জীৱন শেষ কৰি দিব।

প্ৰায় পাগলীৰ দৰে হৈ পৰিল ৰবকুঁৱৰী বসুকান্তি। বাঃ, কি ৰবকুঁৱৰী! ক'লৈকো এখোজ ইচ্ছামতে দিয়াৰ অধিকাৰ নাই—আনকি ৰজাৰ শয়নকক্ষলৈ যাবলৈও ৰজাৰ অনুমতিৰ প্ৰয়োজন। স্বামীয়ে হেজাৰ স্ত্ৰী আনি সম্ভোগ কৰিলেও মাত মতাৰ অধিকাৰ নাই। কেৱল দিন গণি বহি থাকিব লাগিব—মৃত্যুৰ কাৰণে। বাঃ......ৰজাৰ হাতত ৰমণীৰ কি জীৱন?

ৰাণী হঠাৎ জিকাৰ খাই উঠে। সেই জিকাৰৰ লগে লগে শগুণপৰা গাঁৱত ৰজাঘৰীয়া মানুহে ৰজাৰ কাৰণে বুলি আৰু এটি নতুন জিপিৰী যোগাৰ কৰিছিলগৈ।

॥ তিনি ॥

: বাক্ পূজাৰীদেউ, আজি পিচে কি বিষয়ে ক'ব? আপুনি আজি দেখাত বৰ ভৱনি হৈ আহিছে। দেৱী পূজাই পূজাৰীক ভৱনিও কৰে নেকি?"—এটি হাঁহিৰে ফুলমতীয়ে সুধিলে।

ইমান সহজ-সৰলভাৱে ফুলমতীয়ে আজি কথা কোৱা দেখি পূজাৰী আচৰিত হ'ল। হ'বৰে কথা। আজি পোন্ধৰ দিনৰ আগতে ৰাজাজ্ঞা অনুসাৰে ফুলমতীক ৰাজ্য-পৰিচালন, ৰাজ-ধৰ্ম আৰু ৰাজকীয় নিয়ম-কানুনৰ বিষয়ে শিক্ষা দিবলৈ আৰম্ভ কৰিছিল পূজাৰীয়ে। কিন্তু হঠাতে যোৱা সাত দিন ফুলমতীৰ ছাঁটোও দেখা নাছিল। শুনিছিল কিবা যোৱা-থোৱা নবিয়া বুলি। আনকি কালিও শুনিছিল। আজি হঠাতে ফুলমতী ইমান সুস্থ হৈ ওলালহি কেনেকৈ?

ফুলমতীক ঘৰৰপৰা ৰজাঘৰলৈ ধৰাই অনা আজিলৈকে কেবামাহো হৈ গ'ল। এইকিমাহ ফুলমতীৰ জীৱনত কেবাটাও যুগ যোৱা যেন হৈছে। প্ৰথম দিনা আনিয়েই তাইক ৰজাৰ ওচৰলৈ নিয়াৰ কথা আজিও পাহৰিব পৰা নাই। 'তই কিয় কান্দিছ' বুলি সুধি ৰজাই যেতিয়া চাইছিল, তাইৰ সৰ্বশৰীৰ জিকাৰ খাই উঠিছিল। দিনে-নিশাই কান্দি কান্দি তাই হাইৰাণ হৈছিল। বাৰে বাৰে ভাবিছিল, তাইৰ 'ঘৰৰজা' গৰৈয়ে যদি তাইক ৰজাৰ মানুহে ধৰি অনা দেখিলেহেঁতেন, তেতিয়া হয়তো সি এটাইকিটা ৰজাৰ মানুহকে ফুঠাৰেৰে খপিয়ালেহেঁতেন। বাটে বাটে আহোঁতেও তাৰ মুখখন দেখা পোৱাৰ আশাকে তাই কৰি আহিছিল। কিন্তু ৰজাঘৰত আহি আন সকলো লিগিৰী পঠিয়াই দি ৰজাই তাইক ওচৰলৈ মাতোঁতে তাই বুজিলে, তাইৰ জীৱনৰ মান এতিয়া এটা ৰজা নামধাৰী মানুহৰ হাতত বিপদাপন্ন। সকলোপৰা বিপদৰ মাজতে ডাঙৰ হোৱা ছোৱালী তাই। ৰজাঘৰৰ আৰু ডাঙৰীয়াসকলৰ অত্যাচাৰ, অনাচাৰ আৰু দুৰ্ণামিৰ বিষয়ে তথা সাধুকথাৰে তাইৰ মূৰ ভৰি আছে। সেই বিপদৰ সময়ত তাইক তাইৰ সহজাত বুদ্ধিয়ে ৰক্ষা কৰিলে। লাহে লাহে গৈ তাই ৰজাৰ ওচৰত থিয় হ'লত ৰজাই মৰম কৰি সুধিলে,

: ৰাজৰাণী ৰজকুঁৱৰী হ'বলৈ আহিছ তই। কান্দিছ কেলেই?"

চকু মোহাৰি তাই তত্তালিকে উত্তৰ দিলে: "হায়-মোৰ নৰপতি স্বৰ্গদেও, মই একো নাজানো। কিন্তু, কালি ৰাতি সপোনত দেখিছিলোঁ, মই মোৰ স্বৰ্গদেৱৰ কাষলৈ আহিছিলোঁ। স্বৰ্গদেৱে মোলৈ মোক দেখি মাতিছিল। মই স্বৰ্গদেৱৰ কাষ চাপি যাওঁতেই আই কামাখ্যা দেৱীয়ে কালীমূৰ্তি ধৰি আমাৰ মাজতে থিয় হৈ ক'লে—'সাৱধান, মোৰ প্ৰধান ভক্ত ৰজাক স্পৰ্শ নকৰিবি। তই তোৰ পূৰ্বপুৰুষৰ পাপ বহন কৰিছ; তই পাপীনী। পূজাৰীয়ে উচিতমতে পূজা আদি কৰি তক

কৰাৰ পাচত হে তোৰ বজাক স্পৰ্শ কৰাৰ অধিকাৰ মিলিব। তাৰ আগতে তই বজাক চুলে বজা বিপদত পৰিব আৰু ৰাজ্য খানবান হ'ব। তেতিয়া তোক মই শুদাই নেৰিম।' ইয়াৰ পিচতে মই সাৰ পালোঁ স্বৰ্গদেও। আপোনাৰ মানুহ গৈ মোক আপোনাৰ ওচৰলৈ ধৰি আনোতেও সিহঁতক বাৰে বাৰে মই এই কথা ক'বলৈ চেষ্টা কৰিলোঁ। কিন্তু কোনেও মোৰ কথা শুনাত কাণ্দিবলৈ ধৰিলোঁ। এতিয়া স্বৰ্গদেও, আপোনাৰ ওচৰলৈ মোক অনাৰ লগে লগে মই আপোনাৰ আৰু মোৰ মাজতে কালীৰূপী কামাখ্যাক থিয় হৈ থকা দেখিলোঁ। সেয়ে ভয়তে কান্দি দিছিলোঁ। হঠাতে কিবা প্ৰকাৰে স্বৰ্গদেৱৰ গাত এই পাপীনীৰ চাদৰৰ আগটো লাগিলেও বিপদ হোৱাৰ আশংকাত বৰ ভয় খাইছোঁ। আপুনিও যদি মোৰ এই সপোনৰ কথা শুনে, তেন্তে আই কামাখ্যাৰ কোপত পৰি এই অভাগিনীৰ লগতে আপোনাৰো বিপদ হয় বুলি ভয় খাইছিলোঁ। এতিয়া স্বৰ্গদেওক ক'বলৈ পাই মই শান্তি পাইছোঁ।"

কোনো দুৰ্বলতা প্ৰকাশ নকৰাকৈ বজা সেইদিনা কিছুপৰ তলকা মাৰি বৈছিল আৰু তাৰ পাচত কৈছিল, "তই ভয় খাই এইবোৰ বুধি পাডিছ। বাৰু, তইতো নাচনী, তোক মাতিছোঁ নাচ চাবলৈ হে। নাচচোন।" তাই হে ভয় খোৱা বুলি বজাই ক'লেও বজা যে ভিতৰি ভিতৰি ভয়ত আধা শুকাই গৈছিল, সেই কথা তাই সেইদিনা বুজিছিল আৰু তাৰ পাচত ওবে জীৱন বজাৰ বিৰুদ্ধে সেই একেপাট অস্ত্ৰকে নিক্ষেপ কৰি গৈছিল। সেইদিনা তাই নাচিছিল আৰু নাচি নাচি ওচি গৈছিল।

ৰাতি মিগিৰী-টোলত শুবলৈ গৈ মিগিৰীবোৰৰ অশ্লীল কথা-বাৰ্তা শুনি তাই আচৰিত হৈছিল। নতুন মিগিৰী কুন্দমতীক সিহঁতে নতুন নতুন কথা শিকোৱাত লাগিল। এজনীয়ে যে ক'লেই,—'মই ইমান দিনে বজাৰ হাতখন চুবলৈ পোৱা নাই। বজাই মোৰ বুকুতো ভৰিৰ বুঢ়া আঙুলিটো হে লগায়। তুমি কিছুদিনলৈ ভৰিৰ ধূলি পালেও ভাগ্য মানিবা।' আৰু যে কত কি কথা কতজনীয়ে তাইক ক'লে! কোনজনীয়ে কি সাজ পিন্ধি গৈ বজাক কেনেকৈ ভালৰি বোলাব—সেই আলোচনাৰ লগে লগে মিগিৰীহঁতে নিজ নিজ দেহৰ ৰূপ ওচৰৰজনীৰ সৈতে বিজাই চাই, টনা-আঁজোৰা কৰি, এক নৰককুণ্ডৰ সৃষ্টি কৰিলে। মাজনিশামানত হে সকলো শুবলৈ বুলি দীঘল দিলে। কুলমতীৰ কিন্তু তেতিয়াও টোপনি অহা নাছিল। ভাবিছিল, কিবা উপায় কৰি গৌৰীনাথে যদি বধীয়া-পৰীয়াক ভুলাই চিনাকি মুহুৰিটো মাৰি তাইক মাতেহি, তেন্তে তাই ততালিকে ওলাই যাব পৰাকৈ সাৰে থাকিব লাগিব। পুৱা ভেৰ ফুৰি দিন এনেদৰে তাই গৌৰীনাথৰ কাৰণে মোশোৰাকৈ আছিল।

দুই দিন এইদৰে গ'ল। প্ৰতিদিনেই দুবাৰ বা তিনিবাৰকৈ বজাই মাতি নিয়ে আৰু বজাই আন কথা কোৱাৰ আগতে বজাৰ কাললৈ চাই তাই চিকাৰ খাই উঠে আৰু কান্দে। বজাই সুধিলে কয়, কামাখ্যা গোসানীক দেখা বুলি। তাৰ পাচত

তাই নাচে আৰু নচা শেষ হ'লে স্বৰ্গদেৱক প্ৰণাম কৰে আৰু মনে মনে ভগৱানক খাটে—'তুমি কি ৰূপত মাতিলে আহাঁ নাজানো। তথাপি তোমাক মই মূঢ় মতিৰে খাটিছোঁ, এই নৰককুণ্ডৰপৰা তুমি মোক উদ্ধাৰ কৰি নিয়া।' তাৰ পাচত লাহে লাহে তাই ওলাই আহে। দহোটা দিন তাইৰ কাৰণে গৈছিল দহোটা যুগ যোৱাৰ দৰে—লাহে লাহে—সকলো কষ্ট তিলতিলকৈ অকলৈ সহিবলৈ তাইক বাধ্য কৰি। ইতিমধ্যে তাইৰ ওপৰত ৰজাৰ চকু পৰা দেখি আনবিলাক লিগিৰী—আনকি কুঁৱৰী-ৰৰকুঁৱৰীহঁতো তাইৰ শত্ৰু হৈ পৰিছিল। সকলোৱে ছেই ছেই কৰে। কয়—নাচি নাচি মন ভুলাবলৈ আহিছে, প্ৰথমতে আহি আকৌ কান্দি দেখুৱাইছিলহি। .........ইত্যাদি। তাই সকলো নীৰৱে সহি গৈছিল। একমাত্ৰ আশা—তাই কৈ অহা মতে মাক-ককায়েকে গৌৰীনাথৰ সৈতে আলচ কৰি তাইক সোনকালে উদ্ধাৰ কৰি নিব। কিন্তু, ৰাজকাৰেঙৰ ভিতৰত সোমোৱাৰ পাচত তাইৰ সন্দেহ হৈছিল—এই বন্ধ ঘৰত বতাহো সোমাবলৈ সাহ নকৰে বোধকৰোঁ। আশা তাই তথাপি এৰিব নোৱাৰে, এৰিলেই তাই চিপ-জৰী লগাই মৰিব লাগিব। গৌৰীনাথক—তাইৰ ৰৰবজা গৌৰীনাথক—নেদেখাকৈ তাই মৰিলেও জানো শান্তি পাব।

এঘাৰ দিনৰ দিনা এজনী লিগিৰী আহি কৈছিলহি—ৰজাৰ আদেশ, তাই বোলে কুঁৱৰী-টোলৰ দাঁতিতে থকা ৰাজপ্ৰাসাদৰ দেৱী-মন্দিৰলৈ যাব লাগে। শুনিয়েই তাই বুজিছিল, তাই সন্ধ্যা সপোনটোৰ কাৰণেই তাই যাব লাগে। তাই সাজু হৈ গৈছিল—মনে মনে কোনোবা অজান ভগৱানক খাটি। মন্দিৰত এজন মাত্ৰ পূজাৰী ব্ৰাহ্মণ। আৰু কোনো নাই। গৌৰবৰ্ণ, প্ৰায় ছকুৰি বয়সীয়া, কপালত ৰক্ত চন্দনৰ ফোট, শৰীৰত পৱিত্ৰ যজ্ঞসূত্ৰ বহল বুকুৰ মাজত পৰি আছে, পিন্ধনত এখন ৰক্তবৰ্ণৰ ধুতী। দেখিলেই ভক্তি হয়, বিশ্বাস কৰিবৰ মন যায়। পূজাৰীয়ে পূজাৰ বেদীৰ আগত আসনত বহি থকাৰপৰাই চাই ফুলমতীক ক'লে, সেৱা কৰি বহিবলৈ। তাৰ পাচত লাহে লাহে কথা আৰম্ভ কৰিলে :

"আইদেৱী, তোমাসৱৰ গৃহত শিৱ-পূজা চলে?" (ই কি ৰূপ! ইমান সৌন্দৰ্য্য এজনী গাভৰুৰ গাত থাকে নে?)

"হয়।"

"কেতিয়াবা দেৱী পূজা হয় নে?

"নহয়।"

"দেৱীৰ কি ৰূপ তুমি জানা জানো?"

ফুলমতী নিৰুত্তৰ। এনেকুৱাকৈ কথাৰ উত্তৰ দি থৈ থাকিলে কিবা পাকত ধৰা পৰি যায় বুলি ফুলমতীয়ে ভয় খালে। পূজাৰীয়ে ফুলমতীক নিৰ্ভয় দি ক'লে (ইমান সৌন্দৰ্য্যময়ী নাৰীক নক'বলগীয়া গুপ্ত কথাও ক'ব পাৰি; কমেই...):

"আইদেৱী, মই এইবোৰ প্ৰশ্ন কৰাৰ এক বিশেষ অৰ্থ আছে। স্বৰ্গদেৱে মহাৰাজে মোৰ আগত ব্যক্ত কৰিলে বোলে, তুমি হেনো দেৱীক সপোনত দেখিলা আৰু দেৱীয়ে হেনো তোমাক আদেশ দিছে স্বৰ্গদেৱক স্পৰ্শ নকৰিবলৈ। স্বৰ্গদেৱে ভাবিছে

তুমি স্বৰ্গদেৱৰ হাতত নিজ দেহা সমৰ্পণ কৰিবলৈ ভয় খাই এনে কৰিছা। সেয়ে মোক সঁচা কথাটো তোমাৰপৰা উলিয়াবলৈ দিছে। মোৰ আগত নিৰ্ভয়ে সঁচা কথা ক'ব পাৰাঁ। আৰু, স্বৰ্গদেৱে তুমি আগতে মিছা মতা বুলি জানিলেও তোমাক ক্ষমা কৰিব। কাৰণ, প্ৰথমতে ভয় খোৱাটো প্ৰকৃত সতী নাৰীৰে লক্ষণ। সেই কথা মই স্বৰ্গদেৱক বুজাই কৈছোঁ। আৰু, আজি তোমাক দেখি হে বুজিছোঁ মই—ৰূপে-গুণে তোমাৰ যোৰ পোৱা নাৰী পৃথিৱীতে বা কিমান? বাৰু, এতিয়া আইদেৱী, তোমাৰ ইষ্ট দেৱতাক সুঁৱৰি আৰু এই দেৱীৰ মন্দিৰত বহি সঁচা কথা ক'ব লাগে।"

কোনোবা নজনা দেৱতাক স্মৰণ কৰি আৰু সমুখত থকা দেৱীথানলৈ মিনতি কৰি মনে মনে সেৱা কৰিলে ফুলমতীয়ে—যেন বিপদত পৰি কোৱা মিছা কথাৰ কাৰণে, সতীত্ব ৰক্ষাৰ কাৰণে কোৱা মিছা কথাৰ কাৰণে, তেওঁৰ আই, ভাই-ভনী আৰু গৌৰীনাথৰ কোনো অপকাৰ নহয়। তাৰ পাচত একেবাৰে সঁচা কথা কোৱা আৱেগেৰে ফুলমতীয়ে পূজাৰীক কৈ গৈছিল:

"পূজাৰীদেউ, আপুনি গুৰনি পুৰুষ। আপোনাৰ মনো নিশ্চয় সিমান গুৰনি আৰু আপুনি আৰাধনা কৰা দেৱীও নিশ্চয় সিমান মহিমাময়ী। (সেয়া পূজাৰীৰ চকুত আত্ম-তৃপ্তিৰ উজ্জ্বলতা নহয় জানো?) মোৰ সপোনৰ কথা ৰজাক মই সবিশেষ ক'ব নোৱাৰিলোঁ। ৰজালৈ মোৰ ভয় লাগিল। আপুনি যদি মোক অভয় দিয়ে, মই সকলো কথা আপোনাক খুলি কওঁ।"

ফুলমতীয়ে কথা কওঁতে ফুটি উঠা আৱেগৰ আন্তৰিকতা দেখি পূজাৰী মোহিত হ'ল। নিৰ্ভয় দি পূজাৰীয়ে ক'লে—"ৰূপে-গুণে তুমি দেৱী সম (তুমিয়েই দেৱী বুলি ক'বৰ মন গৈছে)। তোমাক মই অভয় দি ক'লোঁ—তোমাৰ সকলো বিপদতে মই তোমাক দেৱীৰ নামত ৰক্ষা কৰিম। তুমি নিঃসন্দেহে মোক সকলো খুলি কোৱাঁ। ইয়াত কোনো গুপ্তচৰ নাই, মোৰ বাহিৰে কোনেও তোমাৰ কথা শুনিবে।"

গুপ্তচৰ নাই বুলি পূজাৰীয়ে ফুলমতীক ৰাজ-বিৰুদ্ধ কথা কোৱাৰো সুবিধা আছে বুলি বুজাই দিলে, সেই ইংগিত ফুলমতীয়ে মনে মনে মনত ৰাখিলে। তাৰ পাচত তাই পূজাৰীক কৈ গৈছিল:

"পূজাৰীদেউ, দোষ হ'লে আপুনি মোক নিজ গুণে মৰিষণ কৰিব।·· ৰজাৰ ঘৰলৈ অহাৰ আগদিনা মই এটা সপোন দেখিলোঁ। তাৰ আগদিনা ৰাতি মই মন্দিৰত নাচিবলৈ আহোঁতে ৰজাক দেখিছিলোঁ। ৰজাৰ ৰাজ-ৰূপে মোক মোহ নিয়াইছিল। আকাশৰ চন্দ্ৰ বিচৰাৰ দৰে ময়ো হয়তো মনে মনে ভাবিছিলোঁ, এই সাক্ষাৎ শিৱৰূপী ৰজাৰ যদি বান্দী হ'বলৈকে পালোহেঁতেন! মনত ৰজাৰ কথা আছিলেই হ'বলা। শুবলৈ গৈও বহুপৰলৈ টোপনি অহা নাছিল। তাৰ পাচত সপোন দেখিলোঁ।······এইবুলি ফুলমতী বৈ গ'ল—নিজে কোৱা কথাৰ প্ৰতিক্ৰিয়া লক্ষ্য কৰিবলৈ।

পূজাৰীয়ে ক'লে, "কৈ যোৱাঁ। কোনো ভয় নকৰিবা।"—(এই সুৰদি কণ্ঠৰ সুৰ অহৰহ শুনি থাকিব পাৰি)।

ৰূপৱতীয়ে কৈ গ'ল: "সপোন দেখিলোঁ, মোক ৰজাই মৰম কৰি ৰজাৰ ঘৰলৈ অনালে। ৰজাৰ দেৱতুল্য ৰুপত অকলে ৰজা আৰু কাষত মই বান্দী আঁঠু লৈ আছোঁ। পূজাৰীদেউ ক্ষমা কৰিব, ৰজাক সেৱা কৰাৰ ইচ্ছা মোৰ প্ৰবল হৈ উঠিছিল সপোনতে। সকলো উজাৰি দিবৰ মন গৈছিল স্বৰ্গদেৱক। পিচে স্বৰ্গদেৱৰ আদেশ বিনে পালেঙীখাটলৈ যাবলৈ সাহ নকৰি বৈ বৈ ভাবিছিলোঁ—ৰজাসকলে ইমান পলম কৰে কিয়? এয়া দেখোন মই জীৱন-যৌৱন সকলো ৰাজ-চৰণত সঁপি দিবলৈ সাজু হৈ আছোঁ। এনেতে ৰজাই মোক কাষ চাপি যাবলৈ ইংগিত দিছিল। মই স্বৰ্গসুখ পোৱা যেন পাইছিলোঁ। স্বৰ্গদেৱৰ নিচেই কাষ গৈ পাওঁতেই হঠাতে যেন স্বৰ্গদেৱ আৰু মোৰ মাজত আৱিৰ্ভাৱ হ'ল এক বিৰাট ভয়া লগা মূৰ্তিৰ। কৃষ্ণবৰ্ণ, লেলিহান জিভা, বিবসনা, নৰমুণ্ডৰ মালা পিন্ধা, হাতত খড্গ লৈ এই শক্তি আৱিৰ্ভাৱ হোৱাৰ লগে লগে স্বৰ্গদেও আৰু মই দুয়ো দুফালে ছিটিকি পৰিলোঁ। (হে প্ৰভু, কালী দেৱীৰ বৰ্ণনা ঠিক হৈছে নে নাই? ভালকৈ নাজানো; মোক ক্ষেমিবা)। তাৰ পাচত আৰু পাই দেখোঁ, সেই শক্তি তেতিয়াও বৈ আছে—ভয় লগা চকুৰে মোলৈ চাই। খন্তেক পাচতে সেই দেৱীয়ে মোক ক'লে—'মই কালী, তইতৰ দেশত কামাখ্যা ৰূপত মোৰ বাস, (ঠিকেই কৈছোঁ নে নাই?) এই ৰজা মোৰ পৰম ভক্ত। আৰু পূৰ্বজন্মৰ পাপত পাপীনী তই। সেই পাপ খণ্ডন হোৱাৰ আগতে ৰজাই যদি তোক উপভোগ কৰে, তেন্তে ৰজাৰ ৰাজ্য যাব আৰু আন বহুত অমঙ্গল হ'ব। মোৰপৰা পুনৰ আদেশ নোপোৱা পৰ্য্যন্ত তই মোৰ ভক্ত ৰজাৰ আগত নচাৰ বাহিৰে তাক স্পৰ্শ পৰ্য্যন্ত নকৰিবি। কৰিলে তইঁত দুইটাৰে জীৱন শেষ।' ভয়ত মই খকমককৈ সাৰ পালোঁ। ৰাতি পুৱালত ভাবিলোঁ, মনটোৱে ৰজাৰ কথা ভাবি আছিল কাৰণে ভগৱানে বোধকৰোঁ সপোন দেখুৱাই মোক তেনে চিন্তা নকৰিবলৈ উপদেশ দিলে। কিন্তু পূজাৰীদেউ, কোনো দিন মই কালী গোসানী দেখা নাই। এতিয়া যি গোসানীৰ বৰ্ণনা দিলোঁ সেয়া মই সপোনত দেখা ৰূপ। কালী গোসানী দেখিবলৈ তেনেকুৱা হয় নে নহয় মই নাজানো। কথাখিনিও অবিকল মই কোৱাদি কৈছিল। পিচে ইমানখিনি কথা মই স্বৰ্গদেৱক কওঁ কেনেকৈ? মাৰকেই বা কাটকেই, এতিয়া আপোনাক খুলি ক'বলৈ পাই মই শান্তি পাইছোঁ। ইমানখিনি ক'লোঁ যেতিয়া এই কথাও কওঁ যে স্বৰ্গদেৱৰ দেহৰ পৰশৰ কাৰণে মোৰ গোটেই দেহে কান্দি আছে। কেৱল গোসানীৰ ভয়ত মই সাহ কৰা নাই। গোসানীয়ে কোৱাৰ পাচত মই মনে মনে গোসানীক সেৱা কৰি সপোনতে কৈছিলোঁ—মোৰ আই, পিতা বা পূৰ্বপুৰুষৰ কি ধৰ্ম আছিল নাজানো; কিন্তু আজিৰপৰা হে দেৱী! মই তোমাৰ সেৱিকা। তাৰ পাচতে গোসানী অন্তৰ্ধান হৈছিল।.. গ'ল কথা গুচিল। দুপৰীয়ালৈ মই সপোনৰ কথা পাহৰা যেনেই। কিন্তু ৰজাঘৰীয়া মানুহ গৈ যেতিয়া মোক লৈ আহিলগৈ, তেতিয়া গোটেই সপোনটো মোৰ আকৌ মনত পৰিল আৰু ৰজাৰ ওচৰ পোৱাৰ লগে লগে মই দেখিলোঁ—ৰজাৰ আগতে সেই কালী দেৱী এখন দা লৈ থিয় হৈ আছে। ভয়ত কঁপি কঁপি কান্দি দিছিলোঁ মই, আৰু

সাহ কৰি যিমানখিনি পাৰিলোঁ সিমানখিনি ৰজাক কৈছিলোঁ। ৰজাই আজিলৈকে মোক স্পৰ্শ কৰা নাই, কিন্তু নাচিবলৈ ৰজাৰ ওচৰলৈ গ'লেই মই সেই গোসানীক দেখোঁ। যোৱা ৰাতি সপোনত গোসানী আহি মোক কৈছে, 'তোৰ যোগেদিয়েই মই মোৰ ধৰ্ম এই দেশত প্ৰচাৰ কৰিম। মোৰ ভক্ত ৰজাৰ পুৰোহিতকো মই ক'ম। কিন্তু সাৱধান, ৰজাৰ স্পৰ্শ লাগিলেই দুয়োটা নৰকলৈ যাবি।' কৈয়েই গোসানী নোহোৱা হ'ল। ভয়তে মই গোটেই ৰাতি ছুকলোঁ। এতিয়া আপুনি মাতি পঠিয়াওঁতে অলপ ভাল পালোঁ; ভাবিলোঁ—গোসানীয়ে নিশ্চয় আপোনাকো কৈ গৈছে। সেয়ে শুনিয়েই লৰালৰিকৈ আহিছোঁ। পূজাৰীদেউ, যি কৰিবলৈ কয় তাকে কৰিম। মোক আপোনাৰ দাসী বুলি ভাবক। কিন্তু স্বৰ্গদেৱৰ যাতে কোনো হানি-বিঘিনি নহয় তাৰ কাৰণে মই কি কৰা উচিত উপদেশ দিয়ক। দৰকাৰ হ'লে মই মৰিবলৈও সাজু।" এইবুলি ফুলমতীয়ে পূজাৰীৰ আগত দীঘল দি পৰি কান্দিছিল। সেইদৰে পৰিকল্পিত অসংযতভাৱে দীঘল দি পৰি সেৱা কৰোঁতে জাংঘলৈকে নিৰাবৰণ ভৰি, বিবসন পৃষ্ঠভাগ আৰু বাকী সাজপাৰৰ ওপৰত ওলাই পৰা দেহ-ৰেখাৰ লনিয়ে পূজাৰীক কিছুক্ষণ মোহিত কৰি ৰাখিছিল। সেৱা কৰাৰপৰা উঠোঁতেও ফুলমতীয়ে ছলতে দেখুওৱা দৈহিক ৰূপে পূজাৰীক মগন কৰিছিল। এই সুন্দৰী দেৱী যদি মোৰ 'দাসী' হয়, মোৰ কথা মতে চলে—যদি মই এওঁক ৰজাৰপৰা অভয় দিব পাৰোঁ!—পূজাৰীয়ে হয়তো ভাবি চালে। একেবাৰে অনাঘ্ৰাত কুসুম। ফুলমতীৰ আন্তৰিকতাক বিশ্বাস কৰিলে পূজাৰীয়ে। ভাবি-চিন্তি ক'লে—

"আইদেৱী, তুমি নিশ্চিন্তে থাকা। তোমাৰ সপোন সত্য। একে সপোনকে ময়ো কালি দেখিছোঁ। তুমি স্বৰ্গদেৱক চুব পাৰা, আৰু সকলো সম্ভোগ কৰিবলৈ স্বৰ্গদেৱক দিব পাৰা। কিন্তু সহবাস নিষিদ্ধ—অন্ততঃ এক বৰ্ষ কাল। এই কথা আজি মই স্বৰ্গদেৱকো ক'মগৈ। কিন্তু তুমি তোমাৰ পাপ স্খালনৰ কাৰণে প্ৰতিদিনে মন্দিৰলৈ আহিব লাগিব। যেতিয়াই দেৱীয়ে আহি তোমাৰ আগত থিয় নহৈ তোমাৰ মাজত অধিষ্ঠান কৰিবহি, তেতিয়াই আমি তোমাক পূজি তোমাৰ মাজেদি দেৱীৰ বৰ লাভ কৰি ৰজাক বহুদিনলৈ বিপদমুক্ত কৰিব পাৰিম।"

"কিন্তু পূজাৰীদেউ, মই এইবোৰ কৈছোঁ বুলি জানিলে মিছাকৈ কৈছোঁ বুলি ভাবি ৰজাই যদি মোক জোৰ কৰে? মোৰ বৰ ভয় লাগিছে পূজাৰীদেউ, সেয়ে আপোনাকে সুধিছোঁ। তেতিয়া হ'লে যে এই অভাগিনীৰ দোষতে ৰজাৰ অপকাৰ হ'ব!"

"তোমাৰ কোনো চিন্তা নাই আইদেৱী। মই ৰজাক ক'ম, ময়ো সপোন দেখাৰ কথা। তোমাক মই দেৱীৰ কাৰ্য্যৰ কাৰণে বিপদমুক্ত কৰি ৰাখিম। তুমি মাত্ৰ মোৰ কথা মতে চলিবা।" (পূজাৰীয়ে চক্ৰান্ত কৰিও বচাব পাৰে নেকি মোক?—ফুলমতীয়ে ভাবিলে।) শেষত ফুলমতীয়ে পূজাৰীক বিশ্বাস জন্মাবলৈ বুদ্ধি কৰি কৈছিল, "মই নিজকে অৰ্পণ কৰিলোঁ আপোনাৰ ওচৰত, আপোনাৰ পৰামৰ্শ মতে

কাম কৰিম বুলি শপত খালোঁ। কেৱল স্বৰ্গদেৱৰ যাতে কোনো অপকাৰ নহয়, তাকৈ যেন চায়।"

এইদৰে পূজাৰীৰ লগত কথা কওঁতে ফুলমতীয়ে মৰোঁ-জীওঁকৈ কথাৰ কৰ্ম্মটি মৰাধি মাৰিছিল। হ'লে কিবা হওক, নহ'লে ৰজাৰ চাউণ্ডাঙৰ হাতত মৃত্যুক আদৰি ল'ব। কিন্তু চেষ্টাৰ ফল ফলিল, পূজাৰীয়ে তেওঁক বিশ্বাস কৰিলে; আৰু হয়তো সেয়া কৰোঁতে পূজাৰীক ছল কৰি দেখুওৱা দেহৰ বিভিন্ন অংশই পূজাৰীৰ মনত কাম কৰিলে। তাৰ পিচ-দিনাই ৰজাই ফুলমতীক কৈছিল—"হেৰ' লিগিৰী, তোৰ কথা সঁচা। পূজাৰীয়েও তোৰ নিচিনা সপোন দেখিছে। দেৱীয়ে সপোনত পূজাৰীক কৈছে, দেৱীৰ পূজা প্ৰচাৰৰ কাৰণে তই ৰাজ-ঘৰত ৰাজ-ৰাণী হৈ থকা বিশেষ দৰকাৰ। তোক মই ৰাণী কৰিম লিগিৰী। ৰাইলুং আৰু আন আন পূজাৰী আদিয়েও তোক সুলক্ষণা বুলি মত দিছে।" সেইদিনা ইমান এক কৃতকাৰ্য্যতাৰ আনন্দৰ হেঁচাত ফুলমতী ভাগৰি পৰিছিল। সেইনিশা ফুলমতীৰ ৰাতি সঁচা-সঁচি টোপনি আহিব খুজিছিল।

সেই কৃতকাৰ্য্যতাৰ পিচত হে ফুলমতীয়ে ভাবিবলৈ আহৰি পাইছিল যে ৰজাৰ ঘৰৰ মানুহ গৈ তাইক ধৰি অনাৰ পিচৰপৰা এই ১০।১১ দিনে তাই তাইৰ আয়েক-ককায়েক আদি কোনো আপোন মানুহৰ মুখকে দেখা নাই। এই ১০।১১ দিনে একেবাৰে অপৰিচিত শক্তিশালী এক ৰজাৰ বিৰুদ্ধে নিজক ৰক্ষাৰ কাৰণে তাই অকলে কেৱল বুদ্ধিৰে যুঁজি থকা কথাটো ভাবিয়েই তাইৰ ভয় লাগি গৈছিল। এনেকুৱা এটা কথা কেতিয়াবা সম্ভৱ হ'ব পাৰে বুলি ভাবিবলৈও তাইৰ ভয় লাগিছিল। আয়েকে সদায় কোৱা কথাষাৰ তাইৰ মনত পৰিছিল—'বুদ্ধিৰে জগত জিনিব পাৰি।' এই কেইদিন ৰাজ-ভঁৱনত থাকিয়েই তাই বুজি উঠিছিল, ৰজাই কথা কওঁতে নিজ বিচাৰ-বুদ্ধিৰে নকয়—ধৰ্মগুৰু আৰু পাত্ৰ-মন্ত্ৰীৰ সিদ্ধান্তকে ৰজাই ৰেকত কৰে মাত্ৰ। ৰজা এটা বিশেষ ধৰণৰ পুতলা; কথা ক'বলৈ ক'লে কয়। এনেকুৱা এটা ৰজাক গুচাই ৰাইজে নিজৰ বিচাৰ-বুদ্ধিৰে ভাল ৰজা এজন পাতিব নোৱাৰে নে? বা, এনেকুৱা নামত মাত্ৰ ৰজা হৈ থকা ৰজাৰ সলনি পাত্ৰ-মন্ত্ৰীৰ দৰে ৰাইজৰে বিজ্ঞ মানুহ কিছুমান গোটখাই ৰাজ্য শাসন কৰিব নোৱাৰে জানো? আমাৰ ৰাইজে দেখোন কিবা এটা বিচাৰ বা কিবা এটা সিদ্ধান্ত ল'বলগীয়া হ'লে বৰমূৰীয়া জ্ঞানীকিজন একেলগ হৈ আলোচনা কৰে! গাঁৱত যেনেকৈ জ্ঞানীসকল বহি আলচ কৰি গাঁৱৰ হিতৰ অৰ্থে কাম কৰে, সেইদৰে দেশ এখনো চলিব নোৱাৰে কিয়? আমাৰ মানুহে দেখোন কয়, এজনৰ মূৰে কৰা বিচাৰতকৈ কেবাজনেও আলচ কৰি কৰা বিচাৰ বেছি ভাল হয়। তেন্তে দেশ বা ৰাজ্যৰ ক্ষেত্ৰতো ৰাইজে তাকে নকৰে কিয়? সেয়ে যদি হ'লহেঁতেন, তেন্তে আজি তাইক আনি কেতিয়াও এইদৰে এজন ৰজাৰ কু-অভিপ্ৰায় চৰিতাৰ্থৰ কাৰণে বন্দিনী কৰি নথ'লেহিহেঁতেন। এখন ৰাইজ বহি বিচাৰ কৰিলে আজি এই ৰজাৰ মূৰ কটা গ'লহেঁতেন। পাট-গাভৰু ফুলমতীয়ে ভাবি গৈছিল, কিন্তু জনা নাছিল যে সমাজতান্ত্ৰিক চৰকাৰ প্ৰতিষ্ঠাৰ প্ৰথম

চিন্তা কৰা পৃথিৱীৰ এমুঠি মানুহৰ মাজত ফুলমতীয়েও যমৰ সেই দুৰ্বল মুহূৰ্ত্ততে নিজ ঠাই অধিকাৰ কৰি লৈছিল।

পূজাৰীক জয় কৰাৰ কৃতকাৰ্য্যতাৰ পাচত ফুলমতীয়ে সুবিধা বিচাৰি আছিল—কেনেকৈ আয়েক আৰু ককায়েক আৰু গৌৰীনাথক তাই লগ পাব পাৰে। এদিন বজাৰ আগত নাচি নাচি তাই লাও পানী ঢালি দিওঁতে বজাই বৰ ভাল পাই ফুলমতীক কৈছিল,—

"তই বৰ সুন্দৰী, লিগিৰী। নামটো ঠিক হৈছে। তই ফুলেই। মই বৰ খুচি। তোক কি লাগে ক।"

ফুলমতীৰ সুবিধা ওলাল। লাহেকৈ স্বৰ্গদেৱক সেৱা কৰি তাই কৈছিল,

"স্বৰ্গদেৱে অনুমতি দিছে যেতিয়া কওঁ।"

"ক ক। কি লাগে ক। ভয় নকৰিবি। তোক মই দিম। পূজাৰীয়ে কৈছে—তোৰ গাত দেৱী ভগৱতী লম্ভিছে, তোক মই কুঁৱৰী কৰিম। ক।"

"স্বৰ্গদেও, অহা দিনাৰেপৰা আই, ককাই, ভনী আৰু আন সম্বন্ধীয়া মানুহৰ মুখ দেখা নাই। আমি সাধাৰণ জীৱ, আপোন মানুহক চাবৰ মন যায় ....."

স্বৰ্গদেৱে তৎক্ষণাৎ লিগিৰী এজনী মাতি আদেশ দিছিল, ফুলমতীৰ মাতৃ, ভাতৃ আৰু কোনোবা আপোন ককায়েকজনক আনি লগ পাবলৈ দিবলৈ।

ফুলমতীৰ মাক আহিছিল, ককায়েক হৰি আহিছিল। কিন্তু 'আপোন-ককায়েক' গৌৰীনাথ? সেইদিনা লিগিৰী-টোলৰ দাঁতিত বহি বহি ফুলমতীয়ে মাক আৰু ককায়েকৰ লগত বহুত পৰ কথা পাতিছিল। ফুলমতীক অনাৰ দিনাই তিনি পৰমান বেলিৰ পিচতে গৌৰীনাথ আহি এই কথা শুনি বোলে পাগলৰ নিচিনা হৈছিল। তাৰ পাচত হৰি আৰু ফুলমতীৰ মাকৰ লৈতে মন্ত্ৰণা কৰিছিল কি কৰা যায়। গৌৰীনাথে বোলে ঠিক কৰিছিল, ডা-ডাঙৰীয়াই সৰু মানুহক সহায় নকৰে, গতিকে মোৱামৰীয়া মহন্তসকল আৰু মৰাণৰ লগ লৈ এই ৰাজবংশ খানবান কৰি ফুলমতীক উদ্ধাৰ কৰিব পৰা হ'ব। তাৰ আগতে ফুলমতীক কিবা প্ৰকাৰে দেখা কৰাৰ চেষ্টা কৰিবলৈ, আৰু পাৰিলে উদ্ধাৰ কৰিবলৈ সি বলিয়াৰ দৰে নগৰৰ ফালেই আহিছিল। তাৰ পিচৰপৰা তাৰ আৰু কোনো খবৰ পোৱা নাই। ফুলমতীৰ বুকুখন চিৰিং কৰি গৈছিল। সেইদিনা আৰু তাৰ পাচতো কেবাদিনো তাই ককায়েকৰ লৈতে, মাকৰ লৈতে বহুত কথা পাতিছিল। তাই কৈছিল, গৌৰীনাথক লগ পালে যেন ককায়েকে কয় যে তাই এতিয়াও সতী হৈ গৌৰীনাথৰ কাৰণেই ৰৈ আছে। আৰু যেন কয়—বুদ্ধিৰে উদ্ধাৰৰ চেষ্টা কৰিবলৈ। সি যেন খণ্ডত আহি কিবা এটা কৰি চাউডাঙৰ হাতত নপৰেহি।

ককায়েকৰ লগত তাই মোৱামৰীয়াৰ বিষয়ে বহুত আলচ কৰিছিল। মোৱামৰীয়াৰ গুৰু গোপাল আতাৰ পত্নী কলিতা জাতিৰ। গতিকে ফুলমতীহঁতো কলিতা যেতিয়া এটা জাতিগত সম্পৰ্ক আছে। তাৰ উপৰি মোৱামৰীয়াসকলে ৰজাৰ অত্যাচাৰৰ বিৰুদ্ধে যুঁজি আহিছে। কালসংহতিৰ সত্ৰসৰৰ ভিতৰত দিহিং আৰু

মায়ামৰা সত্ৰৰ প্ৰতিপত্তি অতুল। ব্ৰাহ্মণ-কলিতাবোৰৰ আৰম্ভ কৰি মৰাণ-কৈৱৰ্ত্তলৈকে সকলোকে সমান শিষ্যৰ অধিকাৰ দি শ্ৰীশংকৰৰ সাম্যবাদী মনোভাবক প্ৰচাৰ কৰাৰ ফলত ডা-ডাঙৰীয়া আৰু ভেমত গুৰুদাসকলৰ বাহিৰে সাধাৰণ প্ৰজাই এই সত্ৰসকলৰ শিষ্যত্ব গ্ৰহণ কৰিছিল। সাধাৰণ প্ৰজাৰ এনে সংগঠন আৰু প্ৰতিপত্তি অৱশ্যে বৰ-মানুহসকলে ভাল পোৱা নাছিল; সেয়ে হোৱাই-নোহোৱাই এওঁলোকৰ বিপক্ষে ৰজাক কৈছিলগৈ। সেই কাৰণে এই সাম্যবাদী বৈষ্ণৱসকল ৰাজৰোষত পৰিছিল। মুকুন্দ গোসাঁয়ে বিধি এৰি নামত ধৰা কাৰণে তেওঁক বধ কৰা হয়। বংশী গোপালদেৱ হাবিয়ে হাবিয়ে ৰজাৰ ভয়ত পলাই ফুৰিছিল। যেউ গোপালৰ ধৰ্মপুত্ৰ মিশ্ৰদেৱ গোসাঁইক আনৰ কথা শুনি ৰজাই বধ কৰালে। কৃষ্ণানন্দ মোৱামৰীয়া গোসাঁইৰ শিষ্য আৰু বৰপাত্ৰ, গুইমেলা সোনা বৰগোহাঁই, এজন নেওগ ফুকন আৰু এজন মৰাণ বিষয়াক ঘোঁৰাত তুলি ঘোঁৰা চেঁকুৰাবলৈ দি সমুখত তিতিৰ সমানে হেং-দান পাতি বাখি ৰজাই শিৰশ্ছেদ কৰায়; কাৰণ তেওঁলোকে কৈছিল যে গুৰুৰ আগত দৌওৱা এই যুৱ অধৰমী ৰজাৰ আগত দৌৱাৰ মোৱাৰি। চুৰক্‌মা ভগা ৰজাই বেজদলৈৰ ঘৰৰ ভগুৱী বকৰাৰ লগৰীয়া কথাত চতুৰ্থ মায়ামৰীয়া গোসাঁই নিত্যানন্দদেৱক চাওডাং বকৰাৰ খাওাধাৰীৰ হতুৱাই কুঁৰীবালিত বধ কৰায়। তাৰ পাচত হে ৰজাঘৰৰ অত্যাচাৰত অসহ্য হৈ সাধাৰণ প্ৰজা মায়ামৰীয়াসকলে কাৰ্থপাৰত গোটখাই কক বান্ধিলে—"মৰি যাওঁ মৰি যাওঁ, গুৰুৰ ঋণ শুজি যাওঁ।"

এই সকলোবোৰ কথা ফুলমতীয়ে জানে। সেয়ে মায়ামৰা মহন্তৰ তালৈকে তাইক গৌৰীনাথৰ লগত পঠোৱাৰ কথা মাকে-ককায়েকে ভাবিছিল—ৰজাৰ হাতত পৰাৰ আগতে। কিন্তু সেই বুদ্ধি কামত লগাবলৈ সময় নাপালে। এতিয়া ফুলমতীয়ে ককায়েকক আলেঙে আলেঙে বুজাই ক'লে—মায়ামৰাৰ লগত ৰাজধানী আক্ৰমণৰ সকলো আয়োজন কৰিবলৈ। ফুলমতীয়ে ভিতৰৰপৰা সকলো খবৰ দি থাকিব। কিন্তু, ফুলমতীৰ দৰে সকলোৱেই বিপদত পৰিছিল জানো? সকলোৰে জানো ফুলমতীৰ কথা শুনাৰ অৱস্থা আছিল?

ইপিনে ৰাজকাৰেঙত ফুলমতীৰ উশাহ ল'ব নোৱাৰা যেন লাগিছিল। সদায় একেটা ভয়: আজি হয়তো ৰজাৰ হাতৰপৰা এৰাই আহিব নোৱাৰিব। ইতিমধ্যে দুমাহ উকলি যোৱাত ৰজাই ফুলমতীক কাষলৈ আহিবলৈ দিছিল, মদ ঢালি দিবলৈ দিছিল, ভৰি-হাত পিটিকি দিবলৈ দিছিল। হয়তো দেৱী লজ্জা ছোৱালী বুলি ভয়তে স্বৰ্গদেৱে তাইক আনবোৰ লিগিৰীৰ দৰে গা পিটিকিবলৈ আদেশ দিয়া নাছিল। কিন্তু কেতিয়াবা কেতিয়াবা ৰজাৰ কিছুমান উৎপাতে ফুলমতীক বলিয়া কৰি দিছিল। তাই সদায় চেষ্টা কৰিছিল, নাচি নাচি ৰজাক লাওপানী ঢালি দি সময় অতিবাহিত কৰিবলৈ। নাচোঁতে নাচোঁতে বেচেৰীৰ ভৰি উথহি গৈছিল। এই নাচোনৰ যেন শেষ নাই, এই অত্যাচাৰৰ যেন শেষ নাই। ফুলমতী ভাগৰি পৰিছিল।

সেই সময়তে ফুলমতীয়ে মনৰ দুখ ক'লে ৰজাৰ ধাই-মাকৰ। ধাই-মাকে নিবিচাৰে

ফুলমতী ৰাণী হোৱাটো। বৰকুঁৱৰীয়ে তো নিবিচাৰেই। ইপিনে ৰজাৰ আকৰ্ষণ দিনে দিনে বাঢ়ি যোৱাটোও দুয়ো চাই আছিল। এদিন পুৱা মন্দিৰলৈ যাওঁতে পূজাৰীক ফুলমতীয়ে ক'লে, "পূজাৰীদেউ, কেদিনমান নগৰৰপৰা আঁতৰি থাকিবৰ মন গৈছে—য'ত আপুনি অকলে গৈ মোক দেৱী পূজাৰ মাহাত্ম্য বুজাব পাৰে। মোৰ আইৰ ঘৰলৈকে যাব নোৱাৰোঁ নে?" পূজাৰীয়ে কৈছিল, মাকৰ ঘৰলৈ যোৱাটোত ৰজাই মত নিদিব। গতিকে · গতিকে পূজাৰীয়ে কিবা এটা বুদ্ধি কৰি চাব যাক।

ৰজাৰ ধাই-মাক আৰু বৰকুঁৱৰীক ফুলমতীয়ে ক'লে: "ৰজাৰ ঘৰৰ কথা-বাৰ্তা মই একো নাজানো, মই মহামূৰ্খ। সেয়ে পদে পদে স্বৰ্গদেও আৰু আপোনাসৱৰো জগৰ লগাওঁ। কিছুদিন নগৰৰ ওচৰতে আঁতৰি ক'ৰবাত থাকিব পৰা হ'লে ৰজাঘৰৰ নীতি-নিয়ম শিকি লৈ আকৌ আপোনাসৱৰ সেৱা কৰিবলৈ আহিলোহেঁতেন।" ধাই-মাক আৰু বৰকুঁৱৰীয়ে ভালেই পালে। এদিন নগৰত কৰ শোধাবলৈ আহিছিল নগৰৰপৰা ৬ মাইল দূৰৰ জয়থামদাং থাতৰ ঘৰগিৰী বাজখোৱা। বয়সস্থ লোক, বিশ্বাসী মানুহ। ধাই-মাকে তালৈকে ফুলমতীক পঠোৱা ঠিক হ'ব ভাবি ৰজাক জনালে। প্ৰথমে ৰজাই আপত্তিকে কৰিছিল। বৰকুঁৱৰীৰ কথাতো শুনেই। কয়, হিংসাত আঁতৰাই পঠাব খোজা বুলি। ঠিক সেই সময়তে পূজাৰীয়েও আহি ৰজাক কলে'হি, ফুলমতীৰ পাপ খণ্ডনৰ কাৰণে কিছুদিন দূৰত থকা প্ৰয়োজন। দুৰ্বল ৰজা, শেহাস্তৰত উপায় নাপাই ধাইমাকক লগত দি ফুলমতীক জয়থামদাঙৰ ঘৰগিৰী বাজখোৱাৰ ঘৰলৈ পঠিয়াই দিলে। তাত গৈ ফুলমতীয়ে কেদিনমান উশাহ লৈছিল। মাক আৰু ককায়েকো ঘনাই আহিছিল। কিন্তু চোৰাংচোৱা আৰু পালি-পহৰীয়াৰ উৎপাতত দুটা কথা পতাৰো সুচল নাই। আনকি পূজাৰীয়েও মন্দিৰত দুটা খোলা কথা ক'বলৈ ভয় কৰা হ'ল। সাদিনে-দহদিনে ৰজায়ো হঠাৎ আহি উৎপাত আৰম্ভ কৰেহি। কতদিন ভাবিলে ফুলমতীয়ে, গোৰীনাথ তাতে ওলাবহি বুলি। কিন্তু গোৰীনাথৰ ছাঁটোও বেচেৰীয়ে দেখা নাপালে। চোৰাংচোৱাৰ উৎপাতত কথা পাতিব নোৱাৰা হোৱাত মাকইতক আহিব নালাগে বুলিয়েই কৈ দিলে। তেতিয়াও ককায়েক আহি সদায় আকাৰে-ইংগিতে কয়: "এটা ডাঙৰ বিদ্ৰোহ কৰি ৰজাক ভঙাৰ ঠিক কৰা হৈছে, মোৱামৰীয়াৰ সৈতে লাগি। তই মাত্ৰ ৰজাৰ মন যোগাই ভিতৰুৱা কথা লৈ থাকিবি।...গোৰীনাথৰ কোনো খবৰ পোৱা নাই।"...

দিনবোৰ যাবলৈ ধৰিলে আশাৰ গুণ টানি। প্ৰায় তিনি মাহৰ মূৰত হঠাৎ এদিন ৰজাই ফুলমতীক নগৰলৈ লৈ আহিল আৰু নগৰত আহিয়েই ফুলমতীয়ে শুনিলে, বেচেৰী বোলে এতিয়া সৰুকুঁৱৰী, ৰজাৰ সৰুকুঁৱৰী। চিৰিংকৈ বুকুখন বাজি উঠিল ফুলমতীৰ। এই কথা গোৰীনাথে শুনিলে হয়তো ভাবিব, তাক মই প্ৰতাৰণা কৰা বুলি। নাই, এনেকৈ পলম কৰি থাকিলে নহ'ব। এতিয়া তাই সদায় ককায়েক আৰু মাকক লগ পোৱা প্ৰয়োজন, যাতে ভঁৰাৰ বাতৰি ভঁৰে অনা-নিয়া কৰিব পাৰে। আহিয়েই নাচি নাচি এদিন তাই ৰজাৰ আগত কান্দি দিলে।

ৰজাই সৰুকুঁৱৰীৰ শোকৰ কাৰণ সোধাত ফুলমতীয়ে ক'লে: "আইক সদায় চাবৰ মন যায়; কিন্তু ইমান দূৰত থাকে যে সদায় আহিবও নোৱাৰে। আজি আই অহা নাই। সেয়ে মনটো বেয়া লাগি কান্দিছোঁ। স্বৰ্গদেও, অপৰাধ হয় যদি ক্ষমা কৰিব অভাগিনীক, আই আৰু ককাইটোক নগৰৰ ওচৰতে ক'ৰবাত থাকিবলৈ দিব নোৱাৰি নে? ওচৰৰে কালুগাঁৱত আমাৰ লগা-ভগা মানুহ আছে অৱশ্যে।" সেই দিনাই ৰজাৰ আদেশ গ'ল—এসপ্তাহৰ ভিতৰতে নতুনকৈ ঘৰ-বাৰী কৰি ফুলমতীৰ গোটেই ঘৰখন কালুগাঁৱলৈ তুলি আনিব লাগে। ৰজাই সেই আদেশ দিয়াৰ পাচত ফুলমতীয়ে ৰজাক প্ৰাণ ভৰি নাচি নাচি মদ খুৱালে, ৰজাৰ গুণ বখানিলে।

আজি এমাহ হ'ল ফুলমতী 'সৰুকুঁৱৰী' হোৱা। সৰুকুঁৱৰী হৈ ফুলমতীয়ে ৰজাক খাটিলে—ৰাজবংশৰ কথা, ৰজাৰ ধৰ্মৰ কথা, ৰাজকাৰেঙৰ বিশেষ বিশেষ কথা আদি জনাৰ তেওঁৰ বৰ ইচ্ছা হৈছে। ফুলমতীৰ আগ্ৰহ দেখি ৰজাই বৰ ভাল পালে। লিগিৰীইতক মাতি আনি ক'লে, ৰাজকাৰেঙৰ ধন-ভঁৰাল, চাংমাইশাল, আদি সকলো সিহঁতে লগত লৈ গৈ ফুলমতীক দেখুৱাব লাগিব—যেতিয়াই ফুলমতী যাব খোজে। ৰাজপ্ৰাসাদৰ বিভিন্ন ঠাইত থকা ডাঙৰীয়াসকলক সৰুকুঁৱৰীৰ এই ভ্ৰমণৰ বিষয়ে ক'বলৈ বৰবৰুৱাক জনাই দিলে। পূজাৰীক মাতি আনি জনালে, প্ৰতি পুৱাতে স্বৰ্গদেওসকলৰ আদিবেপৰা আৰম্ভ কৰি দেৱী-পূজালৈকে সকলো সৰুকুঁৱৰীক শিকাব লাগে। ৰাজকাৰেং আৰু পাত্ৰ-মন্ত্ৰী সকলোৱেই বুজিলে—সৰুকুঁৱৰী অনতিপলমে বৰকুঁৱৰী হওঁ হওঁ।

কিন্তু ফুলমতীয়ে আজি সাতদিনৰ আগতে ৰজাৰ মুখৰপৰা যিটো কথা শুনিলে, সেই কথাই তেওঁৰ গোটেই ভৱিষ্যৎ জীৱনৰ পৰিকল্পনা চকুৰ আগত ফট্‌ফটীয়াকৈ দাঙি ধৰিলে। সাতদিনৰ পিচত এই দেৱী মন্দিৰত বহি, পূজাৰীক আগত ৰাখি আজি ফুলমতী হৈ পৰিছে সংযত, দৃঢ়প্ৰতিজ্ঞ, সহজ ফুলেশ্বৰী কুঁৱৰী। আজি সাতদিনৰ আগতে ৰজাই দিয়া এই নতুন নামটো, 'ফুলেশ্বৰী' নামটো, আজি পুৰা মনে মনে গ্ৰহণ কৰিলে ফুলমতীয়ে। মৃত্যুক আঁকোৱালি লোৱা ভাল নে জীয়াই থাকি প্ৰতিশোধ লোৱা ভাল?—এই প্ৰশ্নৰ সমিধান আজি সাতদিনৰ মূৰত ফুলেশ্বৰীয়ে পালে। 'মৰিব নোৱাৰি জীয়াই থাকিব লাগিব। ফুলমতী মই অকলে নহয়। ঘৰে ঘৰে আছে ফুলমতী। ঘৰে ঘৰে উপজিব ফুলমতী। ক্ষমতাপ্ৰাপ্ত অৰ্কমণ্য পুৰুষৰ হাতত জাহ যাবলৈ বৈ আছে সেইবোৰ ফুলমতী। সিহঁতক ৰক্ষা কৰিব লাগিব। এই ডা-ডাঙৰীয়া, এই বৰ বৰ মানুহবোৰৰ ভেম আৰু সাজ-পাৰৰ আঁৰত লুকাই থকা কাপুৰুষ, ভীৰু, স্বাৰ্থপৰ, নীচ-বুলি-মানুহক-ঘিণোৱা বৰ্বৰতাৰ অৱসান আনিব লাগিব।" সাতদিনৰ পিচত আজি ফুলমতীয়ে প্ৰচলিত ৰাজ-ব্যৱস্থা আৰু বৰ বৰ বিষয়াৰ শাসন-ব্যৱস্থাৰ বিৰুদ্ধে মনে মনে বিদ্ৰোহ ঘোষণা কৰিলে। সেই স্থিৰ সিদ্ধান্তত উপনীত হোৱাৰ পাচত আজি ফুলমতী সহজ আৰু শান্ত। উত্তেজিত হ'লে নহ'ব; একনী নাৰীয়ে, একনী সাধাৰণ ছোৱালীয়ে এক ৰাজতন্ত্ৰৰ বিৰুদ্ধে বুজিবে যুঁজিব লাগিব, হাঁহি হাঁহি বুকুত শেল বহুৱাব লাগিব—হাঁহি হাঁহি

ৰজাই মৃত্যুদণ্ডৰ আদেশ দিয়াৰ দৰে—হাঁহি হাঁহি কাপুৰুষ ভাওৰীয়াবোৰে সেই অন্যায় মৃত্যুদণ্ড উপভোগ কৰাৰ দৰে, হাঁহি হাঁহি শ শ নাৰীৰ সতীত্ব ৰাজশক্তিয়ে হৰণ কৰাৰ দৰে।

আজি মাত্ৰ সাতদিনৰ আগৰ কথা। সন্ধ্যা পৰ। লাওপানীৰ ৰাগীত স্বৰ্গদেও কাতৰ। মুখেদি বলকি গৈছে কেনেকৈ ফুলমতীক 'ফুলেশ্বৰী' নাম দিছে, কেনেকৈ ফুলেশ্বৰীক বৰকুঁৱৰী পাতিব, কেনেকৈ ফুলেশ্বৰীৰ কাৰণে তেওঁৰ জীৱন সাৰ্থক হ'ব,—ইত্যাদি। মদ ঢালি দি ফুলমতীয়ে এবাৰ মাজতে সুধিলে, "বৰকুঁৱৰী আইদেউক দেখোন দেখা নাই!" ৰজাই হাঁহি হাঁহি কৈছিল, "সেই বৰকুঁৱৰী আৰু নাই। মৰিল। এতিয়া তয়ে বৰকুঁৱৰী।"

"কেনেকৈ মৰিল?" ফুলমতীয়ে আচৰিত হৈ সুধিছিল।

"হাঃ হাঃ হাঃ, কেনেকৈ? শুন, ৰজাৰ অদৰকাৰী মানুহ ৰজাৰ আদেশত মৰে, হাঃ হাঃ হাঃ"—ৰজাই কৈ কৈ হাঁহিছিল।

"কিয় মাৰি পেলালে বৰকুঁৱৰীক?" চক খাই ফুলমতীয়ে সুধিছিল।

ৰজাই হাঁহি হাঁহি কৈছিল, "তই সৰু ছোৱালী, সেইবোৰ এতিয়াই বুবুজ। তোক বৰকুঁৱৰী পাতোঁ যদি, বৰকুঁৱৰী বস্তুকান্তি ক'লৈ যাব? কুঁৱৰীতো আৰু আকৌ লিগিৰী হ'ব নোৱাৰে। আনে লৈ গ'লেও ৰজা-ঘৰৰ মান নাথাকে। তেন্তে কি কৰিবি ক।"

ফুলমতী স্তব্ধ হৈ ৰৈ আছিল। আন যি কোনো নতুন বৰকুঁৱৰী হোৱা হ'লে নিজৰ ভাগ্যৰ কথা মনত পৰিলহেঁতেন আৰু ৰজাৰপৰা কথা আদায় কৰি ল'লেহেঁতেন তেওঁকো যাতে সেইদৰে মাৰি নেপেলায়। কিন্তু ফুলমতীৰ চিন্তা নিজৰ কাৰণে নাছিল। আছিল গৌৰীনাথৰ কাৰণে। আজি ইমান দিনে কতায়েকক সুধি সুধিও ফুলমতীয়ে জানিব পৰা নাই, গৌৰীনাথ, তাইৰ 'বৰৰজা' গৌৰীনাথ, ক'লৈ গ'ল। এই মুহূৰ্তত সেই কথা ফুলমতীৰ চেৰেংকৈ মনত পৰিল। যি হয় হওক বুলি ৰজাক সোধাটোকে ফুলমতীয়ে ঠিক কৰিলে। মুখত এটা কৃত্ৰিম হাঁহি আনি স্বৰ্গদেৱৰ আগত লাওপানীৰ বাটি দাঙি ধৰি ফুলমতীয়ে সুধিলে,

"স্বৰ্গদেও, এটা কথা সোধোঁ, যদি অনুমতি দিয়ে।"

"সোধ"।

"স্বৰ্গদেও, আমাৰ গাঁৱতে এটা দুষ্ট ল'ৰা আছিল। নাম গবৈ। পাম্মী আনিবলৈ বাওঁতে সি মোৰ লগত চুপতি মাৰিছিল। এদিন খঙতে মই তাক কৈছিলোঁ—ৰজাৰ টেকেলা দি ধৰাম তোক। এতিয়া আপোনাৰ অনুগ্ৰহত আপোনাৰ বান্দী হোৱাৰ সুবিধা পাই মনে মনে ভাবিলোঁ—তাক মাতি আনি দেখুৱাওঁ, স্বৰ্গদেৱৰ অনুগ্ৰহত আজি মই ক'ত। কিন্তু কতাইৰ আগত খবৰ পঠিয়াই তাক আৰু আনিব পৰা নাই। হয়তো লাজতে অহা নাই। বেচেৰা ল'ৰাটো ভাল। ৰজাঘৰলৈ বৰ ভক্তি। পিচে স্বৰ্গদেও, এটা ধেমালি কৰিব পাৰি নে বাৰু? তাৰ একো অপকাৰ নকৰাকৈ এনেয়ে ধৰাই আনিব নোৱাৰি নে? আমি আপুনি ক'ব—

'তোক মৃত্যুদণ্ডৰ আদেশ দিছোঁ, সৰুকুঁৱৰীয়ে হে সেই মৃত্যুদণ্ড ৰদ কৰিব পাৰে।' তেতিয়া মই তাক মৃত্যুদণ্ড ৰেহাই দিলোঁ বুলি ক'ম। বৰ বগৰ হ'ব। মই গাঁৱলীয়া ছোৱালীতো স্বৰ্গদেও, এনেকুৱা ধেমালি কৰি বৰ ভাল লাগে।"

স্বৰ্গদেৱে অনাৱশ্যকভাৱে ঢেকঢেকাই হাঁহিলে আৰু ক'লে, "বাৰু তোৰ ভাল লগাটোকে কৰোঁ।" তৎক্ষণাৎ বজাই বৰবৰুৱাক মতাই পঠালে। বৰবৰুৱাই আহি আঁঠু ল'লে। স্বৰ্গদেৱে ফুলেশ্বৰী কুঁৱৰীৰ প্ৰাৰ্থনাৰ কথা ক'লে। লগতে ফুলমতীয়ে আকৌ সোঁৱৰাই দিলে যেন তাৰ একো অপকাৰ কৰা নহয়। তাৰ পাচত? তাৰ পাচত এটা অৰ্থপূৰ্ণ দৃষ্টিৰে বৰবৰুৱাই ফুলমতীলৈ চাই বজাক ক'লে:

"স্বৰ্গদেও, এই কুঁৱৰী আইদেউক আপোনাৰ আদেশক্ৰমে শগুণপৰাবপৰা লৈ অহাৰ দিনা ৰাতি শগুণপৰাবে ডেকা ল'ৰা এটা আহি ৰাজ-কাৰেঙৰ দাঁতিত বৈ আছিলহি। তাক ধৰি আনি সুধিলত সি ক'লে, আই কুঁৱৰীক লৈ যাবলৈ অহা বুলি। সি বোধকৰোঁ বলিয়া। কাৰণ, আইকুঁৱৰীক বিয়া কৰাব বুলি ক'বলৈও সাহ কৰিলে। তাৰ নাম সোধাত ক'লে গৌৰীনাথ বুলি, 'গবৈ' বুলি গঞাই মাতে বোলে। সেই নিশাই স্বৰ্গদেৱৰ আদেশ লৈ সেই বলিয়াটোক চাউডাঙৰ হতুৱাই কটোৱা হয়। এতিয়া কুঁৱৰী আইদেৱে বা কোন 'গবৈ'ৰ কথা কৈছে?"

ফুলমতী নিশ্চল, স্তব্ধ, নিৰ্বাক।

স্বৰ্গদেৱে হাঁহি হাঁহি ক'লে, "বাৰু বৰবৰুৱা, এৰা, এতিয়া হে মোৰ মনত পৰিছে। কিমান দণ্ডৰ আদেশ দিওঁ, মনত থাকে জানো।"

বৰবৰুৱাই বিদায় ল'লে।

বজাই হাঁহি হাঁহি ক'লে, "তোৰ বগৰ কৰাৰ আগতে সিতো সিফলীযাই হ'ল। এতিয়া ক, আন কাৰোবাক আনি তেনে বগৰ কৰ যদি‥"

"নালাগে স্বৰ্গদেও।"—খুব সংযত কণ্ঠেৰে উত্তৰ দিলে ফুলমতীয়ে।

লাহে লাহে বজা লাওপানীৰ নিচাত ঢলি পৰিল।

ফুলমতী বহি থাকিল।

'গৌৰীনাথক চাউডাঙে কাটিলে? কি?'

মদৰ কলহটো দাঙি ল'লে ফুলমতীয়ে। 'এইটোৰেই এই পাপী বজাকো গৌৰীনাথৰ লগতে পঠিয়াওঁ।' এজনী লিগিৰী আহি কুঁৱৰীয়ে দণ্ডাত কষ্ট পোৱা বুলি কলহটো নিজে আতৰাই নি ঠিক ঠাইত থ'লেগৈ।

'গৌৰীনাথক চাউডাঙে কাটিলে?'

ওচৰতে জ্বলি থকা চাকিটো নিজৰ কাপোৰতে লগাই দিলে। ফুলমতীয়েও লাওপানী খাই তেনে কৰিছে বুলি ভাবি এজনী লিগিৰী আহি হুমুৰাই দিলেহি আৰু ফুলমতীক ধৰি ধৰি কুঁৱৰী-টোললৈ লৈ গ'ল।

'গৌৰীনাথক চাউডাঙে কাটিলে?'

কুঁৱৰী-টোলত হাতৰ ওচৰত পোৱা সকলো বস্তু ফুলমতীয়ে দলিয়াই পেলাই দিলে। লিগিৰীহঁতে ভাবিলে, লাওপানীৰ বাগীয়ে ধৰিছে।

'গৌৰীনাথক চাউভাণ্ডে কাটিলে ?'

ৰজাঘৰৰ সকলো পিন্ধা কাপোৰ খুলি পেলালে ফুলমতীয়ে। আন কাপোৰ পিন্ধাৰ কথা আৰু মনত নপৰিল। লিগিৰীহঁতে জোৰকৈ আকৌ পিন্ধাই দিলেহি।

কন্দা নাছিল ফুলমতীয়ে। চকু খৰাং। সেই চকু মেলি একেথৰে চাই আছিল ফুলমতীয়ে। আৰু এটা এটাকৈ আখৰ উচ্চাৰণ কৰি বুজিবলৈ চেষ্টা কৰিছিল— 'গৌ—ৰী—না—থ—ক—চা—উ—ভা—ণ্ডে—কা—টি—লে।' মনৰ মাজত এই একেটা বাক্য বাৰে বাৰে উদয় হ'বলৈ ধৰিলে। প্ৰতিটো আখৰে বাৰে বাৰে ক্ৰমাৎ বেছি গভীৰকৈ ফুলমতীৰ বুকুত বেপিবলৈ ধৰিলে। বুকুৰ অসহ্য যন্ত্ৰণাত ফুলমতীয়ে চিঞৰি উঠিল। লিগিৰীসৱে বেজবৰুৱাক মতাই অনালে। বেজবৰুৱাই চাই টোপনিৰ ঔষধ দি ফুলমতীক শুৱাই থ'লে। এইদৰে সাতদিন, সাতৰাতি গ'ল। নিজে মৰিবলৈ কেবাবাৰো চেষ্টা কৰিও বিফল হ'ল। ৰজাক মাৰিবলৈ সাহ গোটাব নোৱাৰিলে। ককায়েক আহিছিল। সকলো পাহৰি তাই এপাট চৰ মাৰি ককায়েকক পঠিয়াই দিলে। মাক আহিছিল। পুৰা চাৰি ঘণ্টা মাকৰ কোলাত মুৰ থৈ তাই কান্দিছিল। ৰজাৰ কাণতো এই খবৰ পৰিলগৈ। ৰজা নিজে কুঁৱৰীক চাবলৈ আহিল। বেজবৰুৱাই কৈছিল, হঠাৎ ভয় খাইছে বা কিবা বেজাৰ পাইছে। ৰজাই ভাবিলে, সেইদিনা বৰকুঁৱৰীক মৰোৱা খবৰ আৰু গৰৈক কটোৱা খবৰ—এই দুটা একেলগে শুনি সৰু ছোৱালী কাৰণে ভয় খালে। বেজবৰুৱাই আশ্বাস দিলে, অনতিপলমে আৰোগ্য হ'ব বুলি। বেছি বলিয়াৰ নিচিনা কৰিলেই বেজবৰুৱাই টোপনিৰ ঔষধ দিয়ে। এইদৰে সাতদিন, সাতৰাতি গ'ল। সাতদিন, সাতৰাতিৰ পাচত আজি ফুলমতীয়ে গৌৰীনাথৰ মৃত্যুক গ্ৰহণ কৰিছে আৰু গৌৰীনাথক হত্যা কৰোৱা সকলো মানুহৰ ওপৰতে প্ৰতিশোধ লোৱাৰ সংকল্প লৈছে। ফুলমতীয়ে ভাবি লৈছে, কোনো মন্দিৰত, কোনো নামঘৰত ধৰ্ম নাই, বিচাৰ নাই। ধৰ্মৰ একমাত্ৰ কাম হ'ল ৰজাক, ডা-ডাঙৰীয়াক সন্তুষ্ট কৰা, ৰজাৰ সকলো অপকৰ্মক ধৰ্মৰ দোহাই দি ভাল বুলি কোৱা। ফুলমতীৰ এতিয়া দৃঢ় বিশ্বাস—কোনো মন্দিৰত, কোনো নামঘৰত ভগৱান নাই। একমাত্ৰ ভগৱান আছে নিজৰ সাহস, বুদ্ধি আৰু বিশ্বাসৰ ওপৰত, নিজৰ মাজত। পৃথিৱীৰপৰা সকলো ধৰ্ম-মন্দিৰ নিশ্চিহ্ন কৰি দিলে ধৰ্ম নাইকিয়া নহয়, বহুত অনাচাৰ, অত্যাচাৰ হে নাইকিয়া হ'ব। মন্দিৰত থকা বিগ্ৰহ সলাই দিলে, এটা বিগ্ৰহ পেলাই আন এটা আনি থ'লে, এক দেৱতাৰ নামত আন দেৱতাৰ পূজা কৰিলে, ধৰ্মৰ কোনো হীন-দেঢ়ি নহয়। পৃথিৱীৰপৰা সকলো ধৰ্ম-মন্দিৰ, সকলো ৰাজকাৰেং নোহোৱা হৈ গ'লে হে পৃথিৱীত ধৰ্ম নিৰাপদ হ'ব, মানুহৰ জীৱন নিৰাপদ হ'ব, বৰ-লোকৰ অত্যাচাৰৰ ওৰ পৰিব, ভগৱান পৃথিৱীলৈ নামি আহিব।···মৰিব নোৱাৰি। মৰিলেও মাৰি হে মৰিব লাগিব। অবুজ মাক-ককায়েক আৰু বাইজক চকুৰ আগত দেখুৱাই দি যাব লাগিব, ৰাজশক্তি হাতত পালে যি ইচ্ছা তাকে কৰিব পাৰি, আৰু, ৰজাই তাকেই ইমান দিনে কৰি আহিছে।

এই উপলব্ধি হোৱাৰ পাচত ফুলমতী শান্ত হ'ল। কেবাদিনো নোখোৱাৰ

দুৰ্বলতায়ো হয়তো ফুলমতীক কিছু শান্ত কৰিছিল। খুব ৰাতিপুৱাই ফুলমতীয়ে গা ধুলে। ধুনীয়াকৈ সাজ-পাৰ পিন্ধিলে। গৌৰীনাথৰ নাম লৈ শিৰত সেন্দুৰ ল'লে (গৌৰীনাথ মৰা নাই, তাইৰ শিৰৰ সেন্দুৰত জীয়াই আছে)। তাৰ পাচত গোটেই জীৱনেই ফুলমতীয়ে শিৰত সেন্দুৰ ল'লে—গৌৰীনাথৰ কাৰণে। বিচনাৰ ওপৰতে বহি মনে মনে গৌৰীনাথক ধ্যান কৰি ক'লে, "তুমি মোৰ কাৰণে অপেক্ষা কৰিবা। অত্যাচাৰীহঁতৰ ৰাজশক্তিৰ মমতালি চিৰদিনৰ কাৰণে ঘূণীয়া কৰি তোমাৰ হত্যাৰ প্ৰতিশোধ লৈ মই তোমাক লগ পামগৈ।" তিতি উঠা চকুকিটা মোহাৰি লৈ অতি সহজভাৱে ফুলমতী সাতদিনৰ পাচত আহি মন্দিৰত এয়া পূজাৰীৰ সমুখত থিয় হৈছেহি।

আৰু, এতিয়া, অবাক হৈ চাই থকা পূজাৰীৰ উদ্দেশ্যে সৰ্বাংগত বিয়পি পৰা মাখন-হাঁহি এটি মাৰি ফুলমতীয়ে পুনৰ ক'লে:

"কি হ'ল পূজাৰীদেউ, মনে মনে থাকিল দেখোন? আজি বাৰু মোক আমাৰ ৰাজবংশ আৰু ৰজাসকলৰ আঁতি-গুৰিকে ভাঙি-পাতি কওকচোন। আপোনাৰ আশীৰ্বাদতে কুঁৱৰী হৈছোঁ। এতিয়া স্বৰ্গদেওসকলৰ আঁতি-গুৰি জনা দৰকাৰ। নহয় জানো?"—ফুলমতীৰ মুখত আৰু দেহৰ ভংগিত কপট আৰাহনী আকুলতা।

"আজি সাদিনে আইদেৱীৰ অসুস্থতাৰ কথা শুনি চিন্তিত হৈছিলোঁ। দেৱীৰ কৃপাত এতিয়া সম্পূৰ্ণ সুস্থ নে?"—পূজাৰীয়ে অৰ্থপূৰ্ণ হাঁহিৰে সম্ভাষণ জনাই সুধিলে।

"পূজাৰীদেউ, আজি কিন্তু মই বহুত কথা শিকিম বুলি আহিছোঁ। আপোনাৰ সময় হ'ব নে?"

"কুঁৱৰীক সকলো বুজাই দিবৰ কাৰণে ৰাজ-আজ্ঞা আছে। তেনেকুৱাতনো মোৰ সময়ৰ অভাৱ হ'ব পাৰে নে?"

"পূজাৰীদেউ, পূজাৰ প্ৰসাদ আপুনি কি কৰে?"

"বিলাই দিওঁ আৰু যি বাকী থাকে নিজে গ্ৰহণ কৰোঁ।"

"পূজাৰীদেউ, মই প্ৰসাদ খাব পাৰ নে?"

"মা দুৰ্গা। কিয় নাপায়? দিম নেকি?"

ফুলমতীৰ ভোক লাগিছিল। লগতে পূজাৰীৰ লগত কিছু আন্তৰিকতাও কৰিব খুজিছিল। পূজাৰীয়ে যতনাই প্ৰসাদ দিলে। ফুলমতীয়ে ভাবি থোৱা মতেই দেহৰ যিমানখিনি সম্ভৱ সৌন্দৰ্য্য পূজাৰীৰ চকুত পৰাকৈ দেখুৱাই গোসানীক সেৱা কৰি প্ৰসাদ গ্ৰহণ কৰিলে। পূজাৰীৰ লুভীয়া চকুৱে ফুলমতীৰ সৰ্বাংগত থোপনি পোতাৰ ঠাই বিচাৰি ফুৰাটো লক্ষ্য কৰি মনে মনে হাঁহিলে, পেটৰ ভোকত পৰম আগ্ৰহেৰে প্ৰসাদ খাবলৈ ধৰিলে। ইমান আগ্ৰহেৰে খোৱা দেখি পূজাৰীয়ে ভালৰ ভাল বিধিনি পালে সকলোখিনি ফুলমতীক খাবলৈ দি নিজে অসংযত ফুলমতীৰ ৰূপ-ৰস চকুৰে পান কৰি পৰম তৃপ্তি লাভ কৰিলে। খাই উঠি ফুলমতীয়ে সুধিলে:

"পূজাৰীদেউ, আপুনি নাখালে দেখোন?"

"কুমাৰীক খুৱাই সন্তুষ্টা কৰিলে দেৱী সন্তুষ্টা হয়। লগে লগে পূজাৰীও, আইদেৱী।"

"মই খালেই আপোনাৰ পেট ভৰিব নে পূজাৰীদেউ ?"

"পূজাৰীয়ে হাঁহিলে। ফুলমতীয়ে পুনৰ পূজাৰীক অনুৰোধ কৰিলে ৰাজবংশৰ জাতি-কুৰি ক'বলৈ। পূজাৰীয়ে নিজ আসনত উপৱিষ্ট হৈ সমুখতে কুঁৱৰী ফুলমতীক বহুৱাই লৈ আৰম্ভ কৰিলে :

"আইদেৱী, দুৰ্গাই তোমাক কুশলে ৰাখক, ৰাজৰাণী কৰক, শক্তি দিয়ক, জ্ঞান দিয়ক। দুৰ্গাদেৱীক এইফালে ঘূৰি সেৱা কৰা আইদেৱী। আৰু কোৱাঁ—

ৰূপং দেহি জয়ং দেহি যশো দেহি দ্বিষো জহি।"

ফুলমতীয়ে পুনৰ আগৰ দৰেই শৰীৰৰ সৌন্দৰ্য্য দেখুৱাই মন্ত্ৰ মাতি সেৱা কৰিলে—পূজাৰীৰ মনোবাঞ্ছা পূৰ্ণ কৰি। তাৰ পাচত সুধিলে, সংস্কৃত শ্লোকটোৰ অৰ্থ কি ? পূজাৰীয়ে বুজাই দিলে, "তুমি ভগৱতীক কৈছাঁ—মোক ৰূপ, যশ আৰু জয় প্ৰদান কৰাঁ আৰু মোৰ শত্ৰুনাশ কৰাঁ।" ফুলমতীয়ে আকৌ মন্ত্ৰফাঁকি মাতিলে আৰু মনে মনে ভাবিলে—দিয়া দেৱী, মোক আৰু ৰূপ দিয়া, যশৰ সলনি ৰূপ দিয়া, সেই ৰূপেৰে মই মোৰ জীৱনৰ উদ্দেশ্য জয় কৰিম, শত্ৰুনাশ কৰিম। এই বুলি খঙত মুখৰ ভিতৰতে দাঁত কামুৰি ধৰি ফুলমতী মনে মনে ৰ'ল।

পূজাৰীয়ে আৰম্ভ কৰিলে : এই ৰাজবংশৰ জাঁতি-কুৰি বিচাৰি আমি স্বৰ্গ পাবলৈ লাগিব আইদেৱী।"—গল হেকাৰি মাৰি পূজাৰীয়ে কৈ গ'ল : "ই এক মহা প্ৰতাপী ৰাজবংশ—স্বৰ্গৰপৰা পোনে পোনে নামি অহা ৰাজবংশ। সেয়ে এই বংশৰ ৰজাসকলক স্বৰ্গদেৱ বা স্বৰ্গদেও বোলা হয়। এই দেৱলোক তুল্য কামৰূপ দেশ স্বৰ্গদেওসকলক পাই ধন্য হৈছে। স্বৰ্গদেওসকলো ধন্য হৈছে এনে সুন্দৰ এখন দেশ শাসন কৰাৰ অধিকাৰ পাই। এই দেশ, আইদেৱী, দেৱী ভগৱতীৰ দেশ—দুৰ্গাৰ দেশ, কামাখ্যাৰ দেশ।"

ফুলমতীয়ে কোনো কথা কোৱা নাই। কেৱল 'ৰূপং দেহি জয়ং দেহি যশো দেহি দ্বিষো জহি' বাৰে বাৰে গাই শত্ৰুনাশৰ প্ৰতিজ্ঞা কৰিছে। পূজাৰী বোৱা দেখি এইবাৰ ফুলমতীয়ে মুখ তুলি পূজাৰীলৈ চালে। মনত হ'ল যেন পূজাৰী এপাট অস্ত্ৰ, যেন এই শক্তিশালী অস্ত্ৰেৰেই ৰাজ অত্যাচাৰৰ সামৰণি পেলাই প্ৰতিশোধ ল'ব পৰা হ'ব। এক উপায় বিচাৰি পোৱাৰ আনন্দত ওঁঠেদি হাঁহি এটা পিছলি পৰিল ফুলমতীৰ। পূজাৰীয়ে লক্ষ্য নকৰিলে, কাৰণ ইতিমধ্যে পুথি মেলি তেওঁ এই ৰাজবংশৰ আদি-অন্ত বিচাৰি চলাথ কৰিছে। খন্তেক পিচতে পূজাৰীয়ে মুখ দাঙি ক'লে,

"এয়া কুঁৱৰী দেৱী, মই পুথিৰপৰাই তোমাক পঢ়ি শুনাওঁ এই ৰাজবংশৰ উৎপত্তিৰ কথা।"

পূজাৰীয়ে পুথিৰপৰা দুৰ্বোধ্য শব্দ উচ্চাৰণ কৰি ফুলমতীক বুজাই গ'ল—কেনেকৈ ৰজাসকল স্বৰ্গৰাজ ইন্দ্ৰৰে বংশধৰ। ফুলমতীয়ে একাণপতীয়া হৈ শুনি আছিল আৰু মাজে মাজে প্ৰশ্ন কৰিছিল এনেকৈ—

: এইবোৰ কথা সঁচা হ'ব পাৰে জানো ?

: ৰজা হ'লেই দেৱতাৰ বংশধৰ হয় কেনেকৈ ? এইবোৰ আপোনালোক পণ্ডিতবোৰে তোষামোদ কৰি লিখা কথা নহয় জানো ?

এনেকুৱাবোৰ প্ৰশ্নৰ উত্তৰ সহ পূজাৰীয়ে ৰজাৰ ঐতিহ্য কৈ শেষ কৰিলে। শেষ হোৱাৰ পাচত ফুলমতীয়ে ক'লে :

"পূজাৰীদেউ, দেৱী ভগৱতীক সেৱা কৰাৰ দিনাবেপৰা মোৰ যেন মনৰ দুৱাৰখন খোল খালে। এতিয়া বহুত কথাকে ফট্‌ফটীয়াকৈ দেখা পাওঁ। কিন্তু পূজাৰীদেউ, আপোনাক খুব বিশ্বাস কৰোঁ কাৰণেই বহুত কথা সুধি পেলালোঁ। এইবোৰ যে ৰজাৰ কাণত পৰিলে মোৰ জীৱন শেষ ?"

"কোনো চিন্তা নাই আইদেৱী। মই ৰজাক একো নকওঁ। আৰু তুমি যেতিয়া বুদ্ধিমতীয়েই, তোমাক কৈ থওঁ, ( অলপ সৰুকৈ ) ৰজা সিমান বুদ্ধিমান নহয়।"

"মই যদি আপুনি এইদৰে কোৱা বুলি ৰজাক কৈ দিওঁ ?"

"তুমি নোকোৱা বুলি বিশ্বাস আছে আইদেৱী, মানুহ চিনিয়েই ইমান বয়স হ'ল।"

"তেন্তে আপোনাৰে-মোৰে মাজত কথা থাকিল, দুয়ো ৰজাক এইবোৰ 'ধৰ্ম-আলোচনা'ৰ কথা একো নকওঁ ?" ··· এইবুলি ফুলমতীয়ে পূজাৰীৰ হাতত ধৰি দেৱীৰ বেদী চুলে। দুয়ো প্ৰতিজ্ঞাবদ্ধ হ'ল। ফুলমতীৰ পৰশত পূজাৰীৰ দেহত বিজুলী খেলি গ'ল। পূজাৰীয়ে পুনৰ ক'লে, "ধ্ৰুৰূপ জানিবা, ৰজা তোমাৰ সমান বুদ্ধিমান নহয়।"

চপলতা প্ৰকাশ কৰি ফুলমতীয়ে অৰ্থপূৰ্ণ হাঁহি মাৰি ক'লে, "অতি ভালকৈ জানো। নহ'লেনো ন্যায়বাগীশ গোস্বামীৰ দীক্ষা ল'বৰ সময়ত, 'গোস্বামীও মানুহ, গতিকে মানুহক সেৱা নকৰোঁ' বুলি শৰণীয়া পাহাৰত উঠি উমানন্দে সেৱা কৰি নিজৰ ভেম ৰাখে নে ? গোসাঁই তলত থাকিলেও সেৱাটো দেখোন গোসাঁইকে কৰা হ'ল। সেই কাৰণেই জানো গুৱাহাটীৰ সেই পাহাৰটোৰ নাম শৰণীয়া হোৱা নাই ? কি কয় পূজাৰীদেউ ?"—এইবুলি চকুৰে এক বিশেষ চাৱনি দি ফুলমতী লাহে লাহে ওলাই গ'ল। পূজাৰী স্তব্ধ হৈ বহি থাকিল। মনে মনে ভাবিলে, 'এই সুন্দৰী বুদ্ধিমতী নাৰী যদি ৰাণী হয়, এওঁৰ হাতত যদি ৰাজ-ক্ষমতা উঠে, তেন্তে দেৱী পূজা এই দেশত সহজে বিয়পি পৰিব, তেওঁ নিজে দেৱীৰ দৰে দেৱীৰ পূজা প্ৰচাৰ কৰিব।' মূৰ্খ ৰজাতকৈ বুদ্ধিমতী সাধাৰণ ঘৰৰ ছোৱালীৰও বেছি মূল্য—এই কথা পূজাৰীয়ে জানে।

## ॥ চাৰি ॥

শিৱসিংহ ৰাজপাটত উঠে ১৭১৪ চনত, এওঁ স্বৰ্গদেও রুদ্রসিংহৰ পুতেক বা গদাধৰ সিংহৰ নাতি। স্বাধীন অসমত ৰাজ-শাসনৰ প্ৰায় ৫০০ বছৰ অতিবাহিত হৈছিল।

চুকাফা অসমলৈ দলে-বলে আহোঁতে লগত বোলে তিৰোতা মুঠেই অনা নাছিল। বুদ্ধিদীপ্ত চুকাফাই লগত অনা সকলোকে স্থানীয় তিৰোতা বিয়া কৰাবলৈ উদগনি দিলে, নিজেও আদৰ্শ দেখুৱালে। ধৰ্মৰ বিষয়ত ৰজাৰ কোনো আঁকোৰগোঁজ মনোভাৱ নাছিল। খুব সম্ভৱ বৌদ্ধধৰ্মৰ অৱনতি হোৱা কালত সেই ধৰ্ম তেওঁলোকে গ্ৰহণ কৰিছিল। তেওঁলোকৰ নিজা ঈশ্বৰৰ নাম আছিল "ফুৰা তাৰা আলং"। কোনো কোনোৱে কয় তেওঁলোক বোলে বৈষ্ণৱ আছিল। যিয়েই নহওক, পিচলৈ তেওঁলোকে বৈষ্ণৱ, শৈৱ, শাক্ত আদি হিন্দু ধৰ্মৰ সকলো প্ৰচলিত মতকে গ্ৰহণ কৰিছিল আৰু একেজন ৰজায়েই এটাই কেউবিধ মতানুসাৰে পূজাৰ কাৰণে মন্দিৰ সজাই মাটি-বৃত্তি দান দিছিল। ইয়াৰপৰাই বুজা যায় তেওঁলোকে বিভিন্ন ধৰ্মমতত বিশ্বাসী প্ৰজাক সন্তুষ্ট কৰিবৰ কাৰণে হে সকলো ধৰ্মকে সমান চকুৰে চাইছিল। লাহে লাহে ৰাজবংশ আৰু ডা-ডাঙৰীয়াসকল সাধাৰণ সবল ৰাইজতকৈ বেলেগ হৈ পৰিল।

প্ৰথমতে ৰাজনৈতিক অভিযানকাৰী আৰু নতুনকৈ ৰাজ্য স্থাপনৰ কাৰণে চেষ্টা কৰা চুকাফাৰ সাহ-পিত বেলেগ আছিল। কিন্তু ৰাজ্য-স্থাপন হোৱাৰ পিচৰেপৰা স্বাভাৱিকতে ৰজাসকল আৰামপ্ৰিয় হ'ল। সেই সময়ত শৈৱ, শাক্ত আৰু বৈষ্ণৱ ধৰ্মৰ মাজত প্ৰতিযোগিতা চলিছিল—কোনে বেছি প্ৰাধান্য লাভ কৰিব পাৰে। সেয়ে প্ৰতি ধৰ্মই মানুহৰ মন আকৰ্ষণৰ কাৰণে স্থানীয় লোকাচাৰ আৰু কুলাচাৰৰপৰা বিভিন্ন ব্যভিচাৰ নিজ ধৰ্মৰ নীতি-নিয়মত সুমুৱাই লৈ নিজ ধৰ্মক জনপ্ৰিয় কৰাৰ সস্তীয়া পথ গ্ৰহণ কৰিছিল। মানুহৰ মন আকৰ্ষণৰ কাৰণে সুৰা, সুন্দৰী আৰু সংগীতৰ সহায় লৈছিল। এই বিষয়ত বেছি প্ৰতিযোগিতা হৈছিল শাক্ত আৰু শৈৱৰ মাজত। সুপ্ৰতিষ্ঠিত হোৱাৰ পাচত আৰামপ্ৰিয় ৰজাই আমোদ উপভোগৰ কাৰণে এই এটাইকিটা মতৰ সমৰ্থন কৰি ধৰ্মৰ নামত ব্যভিচাৰক প্ৰশ্ৰয় দিছিল। ফলত ব্যভিচাৰে যেতিয়া ৰজা আৰু বৰমূৰীয়া লোকৰ সমাজত ৰাজত্ব কৰিবলৈ ল'লে, তেতিয়া স্বভাৱতে সজ মনৰ সাধাৰণ প্ৰজাই ব্যভিচাৰবিহীন ভক্তি-ৰসময় শংকৰী-ধৰ্মক সাদৰি লৈ সমাজক ৰক্ষা কৰিলে আৰু ৰাইজে নিজক ৰজা আৰু বৰমূৰীয়াসকলৰপৰা নিলগাই ৰাখিলে।

ইমানবিলাক সংঘৰ্ষৰ মাজতো কেজনমান শ্ৰেষ্ঠ ৰজাই অমৰ কীৰ্তি ৰাখি থৈ গৈছে। তাৰ ভিতৰত স্বৰ্গনাৰায়ণ (১৪৯৭-১৫৩৯), শৰাইঘাটৰ ৰণৰ কাৰণে চক্ৰধ্বজ সিংহ, গদাধৰসিংহ আৰু রুদ্রসিংহ প্ৰধান। দৰাচলতে রুদ্রসিংহৰ ৰাজত্বলৈকে আহোম-ৰাজত্বই উন্নতিৰ জখলাত উঠিছিল; আৰু তেওঁৰ পিচৰেপৰা এই ৰাজত্বৰ

অৱনতিৰ কাল। এই আহোম ৰাজত্ব অসমৰ গৌৰৱৰ কাল। স্বাধীনভাৱে অসমত ৬০০ বছৰ ৰাজত্ব চলোৱাটো গৌৰৱৰে কথা। কিন্তু সাধাৰণ প্ৰজাই পিচলৈ এই ৰাজত্বক ৰজাঘৰীয়া কাৰবাৰ বুলি এৰৰীয়া কৰি থৈছিল।

ৰজাৰ ভিতৰত ৰুদ্ৰসিংহয়েই প্ৰথমে ভাৰতৰ বিভিন্ন ঠাইৰ নীতি-নিয়মৰ লগত অসমক খাপ খুৱাবলৈ চেষ্টা কৰিছিল। তেওঁ খাওন্দ, বৈৰাগী, কটকী, দলৈ, কাকতী আদি বিষয়-বাবৰ সৃষ্টি কৰি ৰাজ্য শাসনত এটা গত লগোৱাৰ চেষ্টা কৰিছিল। বৈৰাগীয়ে ভেশচন ধৰি দেশ-দেশান্তৰলৈ গৈ মুনিহ-তিৰোতাৰ বস্ত্ৰ-অলংকাৰ পিন্ধাৰ নমুনা যোগাবতি লাগিছিল। খাওন্দে গৈ মৃত ৰজা-ডাঙৰীয়া-গোহাঞিৰ অস্থি গঙ্গাত দি আহিছিলগৈ। 'বৈৰাগীৰ মুখে বুজিও নমুনা মতে স্ত্ৰী-পুৰুষৰ পিন্ধা অলংকাৰ আৰু চুৰিয়া-চোলা, পাগুৰি, পাগ, জামা ও বুকু-চোলা, এঙ্গা ও কটা ফুলৰ বুকু ও তোৰতাৰ জিঞ্জিৰা ও কাৰছিপি ও স্ত্ৰীসকলৰ মেখেলা, ৰিহা আদি পিন্ধাৰ নিয়ম হ'ল। আগে এইমত নাছিল।'

কিন্তু, সাধাৰণ প্ৰজাই এইবোৰৰ ভু লোৱা নাছিল। এইবোৰ ৰজাৰ কাম বুলি ৰজাক ভাবিবলৈ দিছিল। ৰজা-ঘৰত ঘটা বহুত ঘটনা অৱশ্যে প্ৰজাৰ মুখলৈ বাগৰি আহিল আৰু সেইবোৰ পুৰুষানুক্ৰমে কৈ কৈ মুখে মুখে চলি আহিল। সাধাৰণ ৰাইজে বুৰঞ্জী লিখা পণ্ডিতৰ দৰে নাভাবে। যেনে :

বামুণীকোঁৱৰ নামৰ ৰজাজনক এই নাম বুৰঞ্জী-লেখকে দিয়া নহয়, ৰাইজে হে দিয়া। ত্যাওখামথি ৰজা নথকা অৱস্থাত এজনী কুঁৱৰীয়ে আনজনীক হিংসাত কাটিবলৈ পঠিয়াওঁতে সগৰ্ভা দেখি বুঢ়াগোহাঁইয়ে নাকাটি নদীত উটাই দিলত কোনোবা বামুণ এজনে পাই পোহপাল দি ৰাখিলে বুলি বুৰঞ্জীত আছে। কোনোবা ৰাজবিষয়াই গৈ সেই সগৰ্ভা কুঁৱৰীয়ে জন্ম দিয়া সন্তানটিকে আনি চুডাংফা নাম দি ৰজা পাতিলে বোলে। কিন্তু সৰলমতি ৰাইজৰ মনে প্ৰশ্ন কৰিলে—মন্ত্ৰীয়ে চক্ৰান্ত কৰি বামুণকে সিংহাসনত বহুৱালে নেকি? ৰাইজে সেই সন্দেহ জীয়াই ৰাখিলে সেই ৰজাক 'বামুণীকোঁৱৰ' নাম দি। আকৌ চুপিম্‌ফা ৰজাই নগাৰ লগত প্ৰেম হোৱা বুলি সন্দেহ কৰি নগাৰ খুনবাওসৈ এৰি দিয়া কুঁৱৰীগৰাকীৰ সন্তানটি সময়ত 'নগা-কোঁৱৰ' হ'লগৈ। বুৰঞ্জীয়ে কয়, নগাই নিয়াৰ সময়ত ৰাণী সগৰ্ভা আছিল। কিন্তু ৰাইজে নামানিলে। সেয়ে ৰাইজৰ সন্দেহ বৈ গ'ল 'নগা-কোঁৱৰ' নামত। সৰলমতি ৰাইজে কোনো দিনেই আপোন কৰিব নোৱাৰিলে ৰজা জয়ধ্বজক। যি ৰজাই বলেৰে নোৱাৰা শত্ৰু দিল্লীৰ বাদচাহলৈ বুলি মীৰজুমলাৰ হাতত নিজৰ জীয়েকক ভেটী দি পঠিয়াব পাৰে, সেই ৰজাৰ প্ৰজাৰ প্ৰতি কি মৰম থাকিব পাৰে? জয়াদিত্যাই নিজৰ মাহীমাকক স্ত্ৰীৰূপে ৰখাটো জানো ৰাইজৰ সমাজনীতিয়ে সহ্য কৰিব পৰা কথা? ৰাজবংশৰ লোকৰ মৃত্যু হ'লে মৈদামত আন বহুত মানুহকো জীয়াই জীয়াই পুতি থোৱাটো জানো ৰাইজৰ মন ভাল লগা কথা? 'গৰ্ভৱতী স্ত্ৰীক দেখিলে ধৰি আনি কুকুৰৰ হতুৱাই গৰ্ভ ফলাই লবা চাইছিল, অন্ত স্ত্ৰীক ধৰি আনি জাতিভ্ৰষ্ট কৰিছিল, দঁতুৱা মানুহ দেখিলে কটাৰীৰ নাল দিব লাগে বুলি দাঁত কাটি লৈছিল,

অন্ন তিৰোতাৰ দেহৰ অংশ কাটি নি, তেওঁৰ তিৰোতাক দিছিল'—আদি নৰিয়া-ৰজাৰ দিনত কুকুৰেখোৱা গোহাঞে কৰা অত্যাচাৰ, আৰু আন আন ৰজাৰ দিনতো আন বহুত ডা-ডাঙৰীয়া-ৰজাই কৰা এনেকুৱা অত্যাচাৰ পাহৰি বাইজে সেই ৰজাক আপোন কৰিব পাৰে জানো ? ডা-ডাঙৰীয়াই কৰা দোষ ৰজাৰ গাতে নপৰি কাৰ গাত পৰিব ? শিঙৰি-ঘৰৰ খুঁটাৰ কাৰণে হাবুঙত বামুণ এজনৰ ঘৰত এজোপা কঁঠাল কাটিব খোজোঁতে বামুণে মৰমতে 'গছ কাট যদি মোকে কাট' বুলি গছজোপা সাৱটি মাৰি ধৰোঁতে বামুণে সৈতে গছ কটাৰ নিচিনা কথা মানুহে পাহৰিব নোৱাৰে।

আকৌ, জয়সাগৰ পুখুৰী খন্দাই মাতৃভক্তি দেখুৱাটো কদ্ৰসিংহৰ মানৱীয় মনৰ পৰিচয় ; কিন্তু কোচবিহাৰৰপৰা অনা ঘনশ্যাম খনিকৰে ৰংপুৰ নগৰ দিনে-ৰাতিয়ে খাটি সাজি দিয়াৰ পাচত বেচেৰা খনিকৰক জনমভৰ এটা ঘৰত সুমুৱাই ৰাখি মৰাটো ৰাইজে সহিব পৰা কথা জানো ?

আহোম ৰজাৰ কীৰ্তি অলেখ আছে বুৰঞ্জীৰ পাতে পাতে। কিন্তু সাধাৰণ ৰাইজৰ মনত এইদৰে এটা-দুটাকৈ গোট খোৱা এদ'ম অকীৰ্তিৰ, অসন্তুষ্টিৰ বোজা মুৰত লৈ শিৱসিংহ ৰজা হ'ল ১৭১৪ চনত। বাপেক কদ্ৰসিংহই নিজ পুত্ৰৰ দুৰ্বলতাৰ কথা জানিছিল। সেয়ে মৰিবৰ সময়ত বেজাৰ কৰিছিল, কোনে তেওঁৰ ৰাজ্য বিস্তাৰৰ আশা সফল কৰিব বুলি। কিন্তু এই শিৱসিংহ কিমান দুৰ্বল সেই কথা জনা হ'লে হয়তো কদ্ৰসিংহই নিজ পুতেকক ৰাজ্য নিদিবৰ কাৰণে পাত্ৰ-মন্ত্ৰীসৱক কৈ গ'লহেঁতেন, আৰু তেতিয়া হয়তো অসমৰ বুৰঞ্জীয়ে আন ফালে গতি ল'লেহেঁতেন।

ৰাজ্যৰ কথা, শাসনৰ কথা, ৰাজ্য-বিস্তাৰৰ কথা—আদি একো নভবাকৈ, কেৱল আপোন সুখ-সম্ভোগতে মত্ত হৈ, লিগিৰী পৰিবেষ্টিত ৰাজকাৰেঙত নিজকে স্বৰ্গৰাজ ইন্দ্ৰ বুলি ভাবি শিৱসিংহই প্ৰথম প্ৰায় ৭ বছৰ কটাই দিলে। সকলো পাইছিল শিৱসিংহ ৰজাই। ডা ডাঙৰীয়াই সেৱা কৰিছিল, ক'তো যুদ্ধ-বিগ্ৰহ নাছিল। সেই সময়তে শিৱসিংহৰ কামুক চকুৱে দেখা পাইছিল ফুলমতীক। এজনী অপৰূপা সুন্দৰীৰ যৌৱন ৰজাৰ ভোগত নলগাকৈ থকাৰ কথা শিৱসিংহই ভাবিব নোৱাৰে। মাকৰ বুকুৰপৰা, নিৰাপদ গাঁৱলীয়া সমাজৰ মাজৰপৰা কাঢ়ি আনিলে ফুলমতীক। তাৰ পাচত ? ফুলমতীয়ে অকলৈ ৰাজ-শক্তিৰ বিৰুদ্ধে যুঁজিলে। এজনী নিৰ্দোষী অসমীয়া ছোৱালীৰ বুদ্ধি আৰু সাহসৰ সংযোগত ৰাজ-শক্তিৰ অত্যাচাৰৰ ইতিহাসে প্ৰমাদ গণিলে। বুৰঞ্জীবিদে উপায় নাপাই নটৰ ছোৱালী বুলি অৱজ্ঞা কৰিয়ে কৈ গ'ল : 'একে স্ত্ৰী যৌৱন কাল, তাতে ৰাজ ভাৰ্য্যা, গৰ্ব, দৰ্প, অহংকাৰৰ ঠাই নাই, বিশেষ ৰাজ পদবিও পালে , এহাতে অনায়াসে বুজিব পৰা যায় তেওঁৰ অহং গৰিমা নহৈ কাৰ হ'ব।'

ইংৰাজ বুৰঞ্জীবিদ আৰু ইংৰাজৰ পৃষ্ঠপোষকতাত বৰ্তি থকা ইংৰাজ-মনা ভাৰতীয় বুৰঞ্জীবিদেও সিদিনালৈকে কৈছিল—ভাৰতৰ সাধাৰণ প্ৰজাৰ স্বাধীন হোৱাৰ গৰ্ব, দৰ্প, অহংকাৰ বৃটিছৰাজে সহ্য নকৰে। সেই দৰেই ফুলমতীৰ বিদ্ৰোহকো সেই সময়ৰ বুৰঞ্জীলেখকে অহংকাৰ বুলি কোৱাটো নিতান্ত স্বাভাৱিক নহয় জানো ?

## ॥ পাঁচ ॥

"বৰকুঁৱৰী দেৱী, আহক, এই ক্ষুদ্ৰ দেৱী-ভক্তৰ অভিনন্দন গ্ৰহণ কৰক।"—পূজাৰীয়ে প্ৰসন্ন হাঁহিৰে পুনৰাই মন্দিৰলৈ অহা ফুলমতীক সম্ভাষণ জনালে।

আজি যে ফুলমতী বৰকুঁৱৰী ফুলেশ্বৰী, তথা প্ৰমথেশ্বৰী, এই বিষয়ে তেওঁ সম্পূৰ্ণ সজাগ। কিন্তু সেই বুলি তেওঁ পূজাৰীৰ লগত আন্তৰিকতা হ্ৰাস কৰিব নোৱাৰে। আগৰ দৰেই সেৱা কৰি ফুলমতীয়ে সলজ্জ হাঁহিৰে পূজাৰীক ক'লে :

"পূজাৰীদেউ, আপোনাৰ আগত মই সদায় দেৱী ভগৱতীৰ দয়া ভিক্ষাৰিণী, সদায় 'দেৱীৰ ফুল'। আপুনি মোৰ শুভাকাংক্ষী। আপুনি সদায় মোক 'তুমি' বুলিয়েই সম্বোধন কৰিব।"

ইয়াৰ পাচত প্ৰসাদ গ্ৰহণ কৰি ফুলমতীয়ে ক'লে, "আজি পূজাৰীদেউ, এই দেশৰ ধৰ্মৰ ইতিবৃত্তকে মোক কওক। কেনেকৈ শিৱ পূজা আহিল, বৈষ্ণৱসকল নো ক'ৰ, শক্তি পূজাৰ নো আঁতি-গুৰি কি, সেই বিষয়ে মোৰ জানিবৰ ইচ্ছা হৈছে।"

পূজাৰীয়ে এটি গল হেকাৰি মাৰি আৰম্ভ কৰিলে, "আইদেৱী, এই দেশত ধৰ্মৰ ইতিহাস শক্তি-পূজাৰে ইতিহাস। বহলাই ক'বলৈ হ'লে, পৃথিৱীত ধৰ্মৰ ইতিহাস শক্তি পূজাৰে ইতিহাস। শক্তি ধৰ্মৰ প্ৰতীক 'মাতৃ', মাতৃৰ অবিহনে জানো এই সৃষ্টি থাকিব পাৰে ?"

ফুলমতীৰ সুধিবৰ মন গৈছিল, সেই কাৰণে হে ৰজাসকলে বহুতক একেলগে মাতৃত্ব দিবলৈ লিগিৰী কৰি আনে নেকি। কিন্তু নুসুধিলে।

"অতি প্ৰাচীন কালত এই দেশক প্ৰাগজ্যোতিষ বুলিছিল। অতি দুৰ্গম আছিল এই দেশ—

"প্ৰাগ্জ্যোতিষং নাম বভূব দুৰ্গমং পুৰম"—এইবুলি কোৱা আছে মহাভাৰতত। আৰু সেই সময়ত এই দেশত স্থানীয় নীতি-নিয়মেৰে বিবিধ প্ৰকাৰে শিৱ পূজাই চলি আছিল। তাকে শাস্ত্ৰত 'কৈৰাতজ' ধৰ্ম বুলিছিল। 'সিদ্ধেশি যোগিনী পীঠে ধৰ্মঃ কৈৰাতজঃ মতঃ।"

"তেন্তে শিৱ পূজাই প্ৰথম, তাৰ পিচত হে দেৱী পূজা ?"—ফুলমতীয়ে প্ৰশ্ন কৰিলে।

"আইদেৱী, এই কথা কোৱাৰ পাচত সেই ধাৰণা হোৱা স্বাভাৱিক। কিন্তু আচল কথা হ'ল, দেৱী নহ'লে শিৱৰ অস্তিত্বই নাই। শিৱক পূজা কৰা হয় লিঙ্গৰূপত। আৰু সেই লিঙ্গ স্থাপন কৰা হয় যোনিৰ ওপৰত। গতিকে শিৱ পূজা চলা মানেই বুজিব লাগিব যে আদিতে দেৱী পূজাই আছিল ; কিন্তু কিছুমানে যোনিৰ অস্তিত্ব পাহৰি কেৱল লিঙ্গক পূজা কৰিবলৈ ল'লে। আইদেৱী, শিৱ-দেৱতা আৰু শিৱলিঙ্গ অভেদ :

'প্ৰত্যক্ষমিহ দেৱেন্দ্ৰ পশ্চলিঙ্গং ভগাঙ্কিতম
দেৱ দেৱেন কদ্ৰেন সৃষ্টিসংহাৰ হেতুনা।'

আৰু এই অসমত তেনে শিৱলিঙ্গৰ সংখ্যা আছিল :

'সাৰ্দ্ধকোটিস্তথা লিঙ্গং ত্রিশতং চ কলৌ যুগে।
ভূম্যন্তৰস্থং লক্ষং চ সাৰ্দ্ধ লক্ষং জলে প্রিয়ে ॥'

সেইদৰে দ্বি-লক্ষ পৰ্বতত, পঞ্চ লক্ষ গুহাত, সাত লক্ষ ভূমিপীঠত, বৃক্ষমূলত এক লক্ষ, কুণ্ডমধ্যত আধা লক্ষ—অৰ্থাৎ এক কোটিতকৈও বেছি। আইদেৱী, এই প্রতিটি শিৱলিংগ স্থাপিত হৈছিল যোনিৰ বেদীত। গতিকে যোনিৰূপে দেৱী পূজাও তেতিয়া সিমানেই চলিছিল।"

ফুলমতীয়ে মাজতে সুধিলে : "কিন্তু দেৱী থাকিলেও পূজা হৈছিল শিৱৰ হে ?"

"হয় আইদেৱী। কিন্তু মানুহে অন্ধ হৈ দেৱীক অৱজ্ঞা কৰা দেখি সেই শিৱয়েই ভাৰতত দেৱী পূজাৰ প্রচলন কৰালে। তেন্তে কওঁ শুনা : ভগৱতীয়ে শিৱক এদিন সুধিলে কামাখ্যানো কোন ? শিৱই নিজ মুখেৰে উত্তৰত ক'লে, ব্রহ্মৰূপা সনাতনী, পৰম বিদ্যাই কামাখ্যা—

'যা কালী পৰমা বিদ্যা ব্রহ্মৰূপা সনাতনী
কামাখ্যা সৈব দেৱেশি সৰ্বসিদ্ধি বিনোদিনী।'

কালীদেৱীয়ে কামাখ্যাৰূপ ধাৰণ কৰাৰ ঘটনা এটি আছে। সৃষ্টিৰ পিচত স্রষ্টা ব্রহ্মাৰ অহংকাৰ হোৱা দেখি পৰমেশ্বৰীয়ে ব্রহ্মাৰে শৰীৰৰপৰা কেশী নামৰ দৈত্যক জন্ম দিলে আৰু সেই দৈত্যাই উপজিয়েই ব্রহ্মাক গ্রাস কৰিবলৈ খেদা মাৰিলে। ব্রহ্মাই বিষ্ণুকো লৈ পলাল। কেশীয়ে সেই সুবিধাতে স্বৰ্গ-মৰ্ত্য-পাতালত ধ্বংস-কাৰ্য্য আৰম্ভ কৰিলে। উপায় নাপাই ব্রহ্মাই কালীক মিনতি কৰিলে। কালীয়ে ব্রহ্মাক বুজাই দিলে যে এই মায়াময় ব্রহ্মাণ্ডৰ কাৰণে ব্রহ্মাৰ যি মিছা গৰ্ব হৈছিল, তাক ভাঙিবৰ কাৰণেই এই দৈত্য সৃষ্টি কৰা হৈছিল। তাৰ পাচত কালীয়ে কেশীক ভস্মীভূত কৰি ব্রহ্মাক ক'লে যে ব্রহ্মাই নিজ পাপ খণ্ডনৰ কাৰণে সেই ভস্মেৰে এটি ঘঁাহে ঢকা পাহাৰ সাজিব লাগে। তাৰ পাচত ব্রহ্মা আৰু বিষ্ণুৱে দেৱীক পুনৰ স্তৱ কৰি মিনতি কৰিলে, দেৱী-পূজাৰ স্থান নিৰ্দেশ কৰি দিবলৈ। তেতিয়া দেৱীয়ে ক'লে—'যি ঠাইত তোমালোকে কেশী-বধৰ কাৰণে মোৰ স্তুতি কৰিছিলা, সেই ঠাইত মোৰ যোনিমণ্ডলৰ সৃষ্টি হৈছে। এই যোনিমণ্ডল সকলোৰে উৎপত্তি-স্থান। হে ব্রহ্মা, তুমি এই যোনি পূজা কৰি সৃষ্টি ৰচনা কৰিবা।··· তোমাৰ আৰু অন্যৰ হিতৰ কাৰণে পৃথিৱীৰ ভাৰতবৰ্ষৰ কামৰূপত এই যোনিমণ্ডল স্থাপন কৰা হ'ল।"

ফুলমতী আচৰিত হ'ল : "কিন্তু সতীৰ দেহচ্ছেদ কৰি কামৰূপত যোনি পৰাৰ যি কথা শুনো, সেইটো মানুহে মুখে মুখে সজা সাধু নেকি ?"

"তুমি বৰ বুদ্ধিমতী আইদেৱী। সিও সঁচা। কিন্তু দেৱীৰ মহিমা অপাৰ। একোখন শাস্ত্রই দেৱী-মহিমাৰ কিঞ্চিৎ মাত্র বেকত কৰে। এতিয়া এই দুয়োটা দুখন শাস্ত্রৰ মত। যোগিনীতন্ত্রৰ মতে কেশী দৈত্যক বধ কৰা ঠাইতে যোনিপীঠ, আৰু কালিকাপুৰাণৰ মতে শিৱই সতীৰ দেহা লৈ ফুৰোঁতে ব্রহ্মা, বিষ্ণু, শনিয়ে সতীৰ অংগচ্ছেদ কৰোঁতে যোনি পৰা ঠাইখনেই কামাখ্যা।

'কামৰূপে কামগিৰৌ স্তুপতৎ যোনিমণ্ডলম।
তীৰ্থ চূড়ামণি তত্ৰ যত্ৰ যোনি পপাত হ' ।"

"একে দেৱীৰ দুটা উৎপত্তি কিয় ?"

"অলেখ ৰূপত, অলেখৰ বুদ্ধিত ধৰা দিয়ে দেৱীয়ে। ইয়াত প্ৰশ্ন নাই আইদেৱী। তেন্তে শুনা, দেৱীৰ মাহাত্ম্যৰ আন এটি কাহিনী : 'ৰজস্বলা অৱস্থাত বৰাহৰূপী বিষ্ণুৰ ঔৰসত পৃথিৱীদেৱীৰ গৰ্ভসঞ্চাৰ হয়। ৰাৱণ-বধৰ পাচত জনকৰজাৰ যজ্ঞভূমিত পৃথিৱীয়ে পুত্ৰ প্ৰসৱ কৰিলে। জনকে সেই সন্তান ঘৰলৈ নি পুত্ৰৱৎ পালন কৰিলে। ইপিনে পৃথিৱীয়েও কাত্যায়নী ৰূপ লৈ জনকৰ ঘৰত থাকি সেই সন্তান পালন কৰিবলৈ ল'লে। সন্তানৰ ১৬ বছৰ হ'লত বিষ্ণুৱে আহি কাত্যায়নীৰে সৈতে তেওঁক আনি প্ৰাগজ্যোতিষপুৰ—অৰ্থাৎ এই দেশ পোৱালেহি। আৰু বিষ্ণুৱে এই দেশ নৰকৰ হাতত দি ক'লে, 'কামাখ্যাং ত্বং বিনা পুত্ৰ নান্যদেৱং যজিষ্যসি,' অৰ্থাৎ কামাখ্যাৰ বাহিৰে আন দেৱ তুমি পূজা নকৰিবা। কিন্তু কিছুদিনৰ পাচত শিৱভক্ত বাণৰ লগত পৰি নৰকৰ বুদ্ধিভ্ৰম হ'ল। তেওঁ দেৱীক অৱজ্ঞা কৰিলে। এদিন বশিষ্ঠ ঋষি দেৱীপূজাৰ কাৰণে আহোঁতে নৰকে তেওঁকো সন্মান নকৰিলে। বশিষ্ঠই শাপ দিলে। সেই শাপত দেৱী অন্তৰ্ধান হ'ল। নৰকে অসুৰ-ভাৱাপন্ন হৈ উৎপীড়ন আৰম্ভ কৰাত নিজৰ পিতাক বিষ্ণুৰ মানুহৰূপী অৱতাৰ শ্ৰীকৃষ্ণই তেওঁক বধ কৰিলে। যুদ্ধৰ সময়ত নৰকে দেখিছিল, স্বয়ং কালী-কামাখ্যা দেৱীয়েও কৃষ্ণৰ কাষতে থাকি নৰকৰ বিৰুদ্ধে যুঁজ কৰিছে। অৰ্থাৎ দেৱী আৰু বিষ্ণু অভিন্ন—যেনেকৈ অভিন্ন শিৱ আৰু ভগৱতী।"

ফুলমতীয়ে ঠিক বুজিব নোৱাৰি সুধিলে, "পূজাৰীদেউ, কথাবোৰ ঠিক বুজিব নোৱাৰিলোঁ। বিষ্ণুৰ ঔৰসত পৃথিৱীৰ গৰ্ভত নৰকৰ জন্ম। সেই সন্তান জনকৰ পথাৰত থ'লেহি কিয় ? মানে আমাৰ কথাত ক'বলৈ গ'লে, মনে মনে হোৱা কাৰণে মনে মনে পেলাই দিয়া সন্তান—নহয় জানো ?"

"দেৱতাৰ ক্ষেত্ৰত সেইদৰে নকয় আইদেৱী।"

"বাৰু, বিষ্ণুৰপৰাই নৰকৰ জন্ম। বিষ্ণুৱেই নৰকক দেৱীপূজা কৰিবলৈ দিলে। আৰু দেৱীপূজাক অৱহেলা কৰাৰ পাচত বিষ্ণুৱেই তেওঁক সংহাৰ কৰিলে। তেন্তে বৈষ্ণৱৰ লগত দেখোন শাক্তৰ কোনো বিৰোধ নাই।"

"আইদেৱী, কালিকা পুৰাণত আছে—বৰাহ-বিষ্ণুৱে নৰকক 'শক্তি' নামে বৈষ্ণৱাস্ত্ৰ দান কৰিছিল। বৈষ্ণৱৰ লগত আমাৰ বিৰোধ একো নাই। আমাৰ মত বৰ উদাৰ। বিশেষকৈ এই কামৰূপ দেশ দেৱীৰ নামেৰে ৯খন যোনিপীঠত ভাগ কৰা। এইখন দেৱীৰ দেশ। 'কামৰূপ দেৱীক্ষেত্ৰং কুত্ৰাপি তৎ সমং ন চ'। অথচ ইয়াত প্ৰচলিত কোনো পূজা-লোকাচাৰৰ লগত আমাৰ বিৰোধ শাস্ত্ৰত নিষিদ্ধ। কামৰূপ পুণ্যভূমি। ইয়াত :

'ন সন্ন্যাস্তথা দীৰ্ঘব্ৰতং প্ৰিয়ে।
ন ত্যজেৎ সামিষং দেৱী ব্ৰহ্মচৰ্য্যব্ৰতং ন চ।
সংসৰ্গাৎ পাতকং নৈব স্ত্ৰীধৰ্মে ধৰ্মমাশ্ৰয়েৎ…'

অর্থাৎ এই পুণ্যভূমিত সন্ন্যাস গ্রহণ, দীর্ঘব্রত, নিৰামিষাহাৰ, ব্ৰহ্মচৰ্য্য আদিৰ প্ৰয়োজন নাই। ইয়াত জাতি-বৰ্ণ নিৰ্বিশেষে স্ত্ৰী-পুৰুষৰ সংসৰ্গতো দোষ নাই।

আইদেৱী, শাস্ত্ৰই কয়—

'ন লঙ্ঘয়েৎ পানধৰ্মং দেশধৰ্মং ন লঙ্ঘয়েৎ

যস্মিন পীঠে য আচাৰঃ স আচাৰো বিধিস্মৃতঃ'

—অৰ্থাৎ যি পীঠত যি আচাৰ, সেই আচাৰেই বিধিসিদ্ধ। পিচে ”

“পূজাৰীদেউ, শাস্ত্ৰৰ কথাবোৰ বুজাত বৰ টান পাইছোঁ। আমাৰ মাজত সেইবোৰ অনাচাৰ বুলি হে কয়। পিচে-পৰেও বুজিম বাৰু। কিন্তু আপুনি যে এদিন কুমাৰী-পূজাৰ কথা কৈছিল, সেই বিষয়ে মোৰ জানিবৰ ইচ্ছা গৈছে। কুমাৰী কালতে ছোৱালীক পূজা কৰা হয়, নহয় জানো?”

“আইদেৱী, কুমাৰী-পূজাও দেৱী-পূজাৰে এটা বিশেষ পথ, ই বামাচাৰী পন্থা। কুমাৰী মানে অবিৱাহিতা। যি কোনো জাতিৰ কুমাৰী হ'লেই হ'ল, ইয়াত কোনো জাতিভেদ নাই। যদি বেশ্যাৰ কুমাৰীকো পূজা কৰিব লগা হয়, তেন্তে সাধকে অতি আগ্ৰহেৰে পূজা কৰিব লাগে।

'জাতিভেদো ন কৰ্তব্যঃ কুমাৰী পূজনে শিৱে

জাতিভেদান মহেশানি নৰকান্ন নিবৰ্ততে।'

যদি কুমাৰী পূজা কৰোঁতে পূজা কৰোঁতা কামযুক্ত হয়, তেন্তে সেই পূজক বৈকুণ্ঠগামী হয়।

'যদি কামী ভবেৎ কোঽপি বৈকুণ্ঠং পৰমং ব্ৰজেৎ

মল্লোকং বা মহেশানি গচ্ছেনেম মণিমন্দিৰম।'

কুলাচাৰীসকলৰ কাৰণে আকৌ বেশ্যাপৰায়ণতাও প্ৰশস্ত। পূৰ্বকালত দেৱীপীঠত ক্ৰোধবজ্ৰ নামৰ ভৈৰৱে উৰ্বশী আদি পঞ্চ বেশ্যাত অনুৰক্ত হৈ মহাবিদ্যা জপ কৰি সিদ্ধি লাভ কৰিছিল।

'ভজ কালীং কুলাচাৰৰতাৱ বেশ্যাপৰায়ণঃ'।”

ফুলমতীয়ে শুনি শুনি ভাবিছে, এইবোৰ শাস্ত্ৰৰ কথা নে কোনোবা কামপ্ৰবৃত্ত লোকে সাধাৰণ মানুহক প্ৰলোভিত কৰিবৰ কাৰণে দেৱ-ভাষাত লিখা কথা? ফুলমতীয়েতো নাজানে যে বামাচাৰী-পূজা শক্তিপূজাৰে পিচলৈ আৰম্ভ হোৱা এক অৱনতিৰ লক্ষণ। ইয়াৰ লগত ধৰ্মৰ সম্বন্ধ নাই। কথা কওঁতে কওঁতে পূজাৰী যে উত্তেজিত হৈ আহিছে? সেই উত্তেজনা আনি কাম-সম্ভোগৰ পথ মন্দিৰৰ বন্ধ দুৱাৰৰ ভিতৰত মুকলি কৰাই এইবোৰ শাস্ত্ৰৰ উদ্দেশ্য নেকি?

“বাৰু পূজাৰীদেউ, কওকচোন কুমাৰী-পূজা কেনেকৈ কৰে।”

“আইদেৱী, জানিব খুজিছা যেতিয়া কওঁ বাৰু। এইবোৰ শাস্ত্ৰৰ গুপুত কথা সকলোকে কোৱা নিষিদ্ধ। কিন্তু তুমি ৰাণী, বুদ্ধিমতী, দেৱীৰ পূজাত বিশ্বাসী। তোমাক ক'ব পাৰি।” এইবুলি পূজাৰীয়ে গল হেকাৰি মাৰি সৰু মাতেৰে কৈ গ'ল, “এই কুমাৰী-পূজাৰ অৰ্থে যৌৱনপ্ৰাপ্ত, সৌন্দৰ্য্যময়ী, বিৱস্ত্ৰা, নৃত্যপটিয়সী যুৱতীৰ প্ৰয়োজন। পূজাৰীয়ে সেই কুমাৰীৰ জীয়ন্ত দেহত মন্ত্ৰেৰে দেৱীক প্ৰতিষ্ঠা কৰি

লয়। পূজাৰ অৰ্থে সেই কুমাৰী আৰু পূজাৰী আৰু পূজাৰীৰ মনোনীত কোনোবা এজনৰ বাহিৰে মন্দিৰত আন কোনো থাকিব নোৱাৰে। পূজাৰ আগতে কুমাৰীয়ে ভালকৈ স্নানাদি কৰি লোৱাৰ ব্যৱস্থা আছে। তাৰ পাচত বন্ধ মন্দিৰত সেই কুমাৰীক শাস্ত্ৰৰ বিধিমতে বিশেষ ভংগিত পূজাৰীয়ে বেদীত বহুৱাই লয়।"

"কেনেকুৱা বিশেষ ভংগিত পূজাৰীদেউ?" লাজত, খঙত ফুলমতীৰ মুখ গৰম হৈ গৈছিল। কিন্তু খং কৰিলে তো উদ্দেশ্য সিদ্ধি নহ'ব।

"আইদেৱী, সেই দেৱীতুল্যা কুমাৰীক এনেকুৱা বিশেষভাৱে বেদীত বহুউৱা হয় যে"—পূজাৰীয়ে কি ক'ব ভাবি লৈ সাউতকৰে কৈ পেলালে,—"মা কামাখ্যাৰ পূজা যিদৰে যোনিপীঠত কৰা হয়, সেই দৰেই এই কুমাৰীকো অৰ্ঘ্য-পুষ্প আদি অৰ্পণৰ কাৰণে সুচলকৈ উপৱিষ্টা কৰোৱা হয়।"

ফুলমতীৰ আজি লাজ নাই। এক বিশেষ ভংগিত বহি সুধিলে—

'এনেকৈ নেকি?'

পূজাৰী বতা পৰিল—

"দক্ষিণ জানু কিঞ্চিৎ কুঞ্চিত কৰা প্ৰয়োজন।"

"মই বুজা নাই পূজাৰীদেউ। বেয়া নাপায় যদি মোক ঠিক সেই ভংগিত বহুৱাই দিয়কচোন।"

পূজাৰী বতা পৰিল। কঁপিল। দেহা-মন-বিবেকে সংযম বিচাৰিলে। অতি আলফুলে ফুলেশ্বৰীৰ দক্ষিণ উৰুত ধৰি শাস্ত্ৰ-সন্মত উপৱেশন বিধি বুজাই দিলে। বুজাই দিও পূজাৰীয়ে নিজ হাত আঁতৰাই আনিবলৈ পাহৰিলে। আকুলভাৱে চাই ৰ'ল ফুলমতীলৈ। ক'লে, "তুমি সাক্ষাৎ দেৱী, তুমি পূজাৰ যোগ্যা।"

হঠাৎ ৰূপ পৰিৱৰ্তন হ'ল ফুলমতীৰ। গহীন সুৰত ক'লে—"পূজাৰীদেউ, এই অৱস্থাত আপোনাক যদি মই এতিয়া ৰজাৰ হাতত তুলি দিওঁ? ৰৰৰাণীৰ উৰুত হাত দি থকা অৱস্থাৰ কথা জানিও আপোনাৰ ভক্ত ৰজাই দেৱাৰ নামত আপোনাক ক্ষমা কৰিব নে? নে মূৰ কটাব?"

পূজাৰীয়ে সম্বিৎ ফিৰাই পালে। লৰালৰিকৈ নিজ হাত আঁতৰাই আনিলে। অনুনয় কৰি ক'লে,

"দেৱী মোক ক্ষমা কৰিবাঁ। মই ...."

"পূজাৰীদেউ, আপুনি ক্ষমা খোজা শোভা নাপায়। আপুনি প্ৰকৃতিস্থ হওক। (ইমানেই সাহ—নহয়? তোক ব।) আপোনাক মোৰ ভাল লাগে। আপোনাক বিশ্বাস কৰোঁ। গতিকে আপোনাৰ বিপক্ষে কাকো মই নকওঁ। পূজাৰীদেউ, আপুনি যথেষ্ট সহায় কৰিছে মোক।"

"তোমাৰ বিচাৰ-বুদ্ধিক প্ৰশংসা কৰোঁ আইদেৱী। মই তোমাৰ দাস। তোমাক দেৱীজ্ঞান কৰোঁ। মোক আদেশ কৰাঁ, তোমাক কিদৰে সন্তুষ্টা কৰিব পাৰোঁ।"

ঠিক এই মুহূৰ্তৰ কাৰণেই বৈ আছিল ফুলমতী, এই সুবিধা বিচাৰিয়েই ইমানখিনি আয়োজন। সুবিধাৰ সদ্ব্যৱহাৰ কৰি ফুলমতীয়ে জুখি জুখি ক'লে,

"পূজাৰীদেউ, আপুনি কৈছিল মই ৰাণী হ'ম, ৰাজ্য শাসন কৰিম। মই কথা দিছিলোঁ, ৰাণী হ'লে মই দেৱী-পূজাৰ কাৰণে আত্মনিয়োগ কৰিম। কিন্তু এতিয়া বৰকুঁৱৰী হৈ দেখিছোঁ, হাতত ক্ষমতা নহ'লে কেৱল ৰাণী হৈ একো কৰিব নোৱাৰি। মই দুখ পাইছোঁ।"

"সেই কথাকে আজি তোমাক ক'ম বুলি ভাবি আছিলোঁ। তোমাক যিদিনাই ৰাণী হোৱাৰ আশীৰ্বাদ দিছিলোঁ সেইদিনাই তোমাৰ হাতত ৰাজ-ক্ষমতা তুলি দিয়াৰ কথা ভাবিছিলোঁ। কিঞ্চিৎ ধৈৰ্য্য ধৰাঁ আইদেৱী। সকলো ব্যৱস্থা মই কৰি আনিছোঁ। ৰজাৰ ছত্ৰ-ভংগ যোগ পৰাৰ কথা চোমদেউ আৰু আন আন পূজাৰীৰ সৈতে আলোচনা কৰিছোঁ। অলপ সময় লাগিব।"

"আৰু এটা কথা। আপুনিতো ক'লেই, যি কোনো বয়সৰ গাভৰুৱেই পূজাৰ যোগ্য। কেৱল অবিবাহিতা হ'ব লাগে। এতিয়া সেই 'অবিবাহিতা' কেনেকুৱা? মানে একালেদি চাবলৈ গ'লে ময়ো অবিবাহিতা। মোক ৰজাৰ হতুৱাই পূজা কৰাব নোৱাৰে নে? মোৰ বৰ ইচ্ছা হৈছে। পূজাৰীদেউ, মনত ৰাখিব, ইয়াৰ কাৰণে আপোনাক উপহাৰ দিবলৈ মোৰ ধন-সোণ, ঐশ্বৰ্য্য, সৌন্দৰ্য্য—একোৰে অভাৱ নাই।" 'সৌন্দৰ্য্য' শব্দটোত জোৰ দি ফুলমতীয়ে পূজাৰীলৈ চাই এক অৰ্থপূৰ্ণ হাঁহি মাৰিলে। সেই হাঁহিৰ শক্তিয়ে শাক্ত শিৰসিংহক অনতিপলমে ৰাজছত্ৰ ফুলমতীক অৰ্পণ কৰিবলৈ বাধ্য কৰালে।

## ॥ ছয় ॥

ৰাজকাৰেং-প্ৰাংগনৰ বন্ধ দুৱাৰৰ সমুখত দুৱৰীৰ দৰে বৈ থকা হাস্তমুখ পূজাৰীয়ে অবিৰাম ঘণ্টা বজাই গৈছে। বাঁওফালে লিগিৰীহঁতে মঙ্গল উৰুলী দিছে। সোঁফালে ডবা-শংখ-কাঁহ বজাইছে পূজাৰীৰ পৰিচাৰকবৃন্দই। গোটেই ৰাজকাৰেঙতে এক মঙ্গল পূজাৰ আবহাওৱা। ধূপ-দীপৰ গন্ধ আৰু দীপান্বিতাৰ দৰে জ্বলোৱা অসংখ্য প্ৰদীপেৰে ঘেৰা দেৱী মন্দিৰ সন্ধিগাৰ আন্ধাৰতো উজ্বলি উঠিছে। কিন্তু, দুৱাৰবন্ধ মন্দিৰৰ ভিতৰত কি পূজা হৈছে, সেই কথা বাহিৰত বৈ থকা বিলাকৰ ভিতৰত কেৱল পূজাৰীয়ে হে জানে। বাহিৰত হোৱা এই বাদ্যৰ শব্দত ভিতৰত কৰা মন্ত্ৰ-পাঠ আদিৰ শব্দ কোনেও শুনিব পৰা নাছিল। আজি দেৱীৰ মন্দিৰত বিশেষ পূজা হৈছে। - আজি ৰজা আৰু ৰাণী একেলগে মন্দিৰত সোমাইছে।

এদিন এই মন্দিৰতে ফুলমতীয়ে কৰা অনুৰোধ পূজাৰীয়ে ৰাখিলে। পূজাৰীয়ে ৰজাক দেৱীৰ নামত বাধ্য কৰালে, ফুলমতীক দেৱীৰূপে বেদীত বহুৱাই পূজা কৰিবলৈ। বিভিন্ন শাস্ত্ৰৰ বিভিন্ন মত দাঙি ধৰি পূজাৰীয়ে বুজাই দিলে যে জীৱন্ত দেৱীক, বিশেষকৈ নিজৰ অক্ষতযোনি প্ৰিয়তমা পত্নীক, এদিন পূজা কৰিলে দেৱীৰ মাটিৰ মূৰ্তিক এহেজাৰ বছৰ পূজা কৰাৰ সমান পুণ্য হয়। ৰজাৰ বিকৃত মন উৰুলীকৃত হ'ল। ধৰ্ম বি হওক নহওক, ফুলমতীক পূজা কৰাৰ লোভ শিৱসিংহই এৰিব নোখোজিলে। পূজাৰীয়ে এই পূজাৰ বিধান দিওঁতে হঠাৎ মনত পৰি গ'ল শিৱসিংহৰ—তেওঁ বোধহয়ো সম্পূৰ্ণ বিবস্ত্ৰা অৱস্থাত ইমান দিনে ফুলমতীক দেখা নাই। সম্ভোগ কৰাতো হোৱাই নাই। যিমানে ৰজাই ফুলমতীক সম্ভোগৰ কাৰণে দেৱীৰ ভয়ত অপেক্ষা কৰিব লগা হৈছে, সিমানে ৰজাৰ বাসনা বাঢ়ি আহিছে। পূজাৰীক মনে মনে ৰজাই ধন্যবাদ জনালে।

মন্দিৰৰ ভিতৰত পূজাৰ সকলো উপচাৰ সমুচিতভাৱে সজাই, বিভিন্ন মন্ত্ৰৰ নিৰ্দেশ দি, বিভিন্ন প্ৰক্ৰিয়া ব্যাখ্যা কৰি, ফুলমতী কি অৱস্থাত বহিব লাগিব দেখুৱাই দি, পূজাৰী বাহিৰ ওলাল আৰু ভিতৰৰপৰা দুৱাৰ বন্ধ হ'ল। তাৰ পাচত বাহিৰত শংখ-ঘণ্টা বজাৰ লগে লগে ভিতৰত পূজা আৰম্ভ হ'ল।

দুৱাৰ বন্ধ কৰি ৰজাই সামান্য পৰিমাণ লোহিত কটিবস্ত্ৰ পৰিধান কৰিলে। পূজাৰীৰ নিৰ্দেশ মতে ফুলেশ্বৰী সম্পূৰ্ণ সাজু হ'ল আৰু পূজাৰীয়ে মন্ত্ৰ মাতি শুদ্ধ কৰি থোৱা শান্তিজল ৰজাই ফুলেশ্বৰীৰ গাত ছটিয়াই দিলে। তাৰ পাচত ৰজাই ফুলেশ্বৰীক ধৰি নি বেদীত বহুৱালে। ফুলেশ্বৰীৰ দক্ষিণ জানু কিঞ্চিৎ কুঞ্চিত কৰি দিলে। এইদৰে বহুৱাই লৈ ৰজাই একেথৰে চাই থাকিল। কি ৰূপ! কি সৌন্দৰ্য্য! এই সৌন্দৰ্য্যৰ জীৱন্ত মূৰ্তি সদায় তেওঁৰ ওচৰতে আছে, অথচ তেওঁ দেখা নাই, সেই সৌন্দৰ্য্য উপভোগ কৰা নাই! লাহে লাহে ৰজাই অৰ্ঘ্য দিলে, ফুল দিলে, চন্দন দিলে। পূজাৰীয়ে দি থোৱা সকলো প্ৰক্ৰিয়া বাৰে বাৰে ঘূৰাই ঘূৰাই কৰি ৰজাই

সৌন্দৰ্য্যময়ী নগ্না অংগনা ফুলেশ্বৰীৰ দেহ সৌন্দৰ্য্য পান কৰিবলৈ ধৰিলে। কিমান সময় গ'ল ৰজাৰ হিচাপ নাই। ৰজাই কেৱল চাই আছে, পূজাৰ বিভিন্ন প্ৰক্ৰিয়াৰ নামত ফুলেশ্বৰীৰ বিভিন্ন অংগ স্পৰ্শ কৰিছে।

ফুলেশ্বৰীয়ে প্ৰথমে ভাবিছিল, এই ৰজাৰ পূজ্য দেৱী হৈ ৰজাক নিজতকৈ সৰু কৰি অপৰিসীম তৃপ্তি পাব। শিৱসিংহক হেয় কৰাৰ সুবিধা লাভৰ আশাত ফুলেশ্বৰীয়ে পাহৰি গৈছিল যে তেওঁ বিবস্ত্ৰা হ'ব লাগিব—তেওঁৰ দেহৰ নগ্ন সৌন্দৰ্য্য ঘণ্টাৰ পাচত ঘণ্টা ধৰি পান কৰাৰ সুবিধা অপদাৰ্থ শিৱসিংহই পাব। কিন্তু, সেই কথা হৃদয়ংগম কৰাৰ পাচত আৰু পিচ হোহোকাৰ সময় নাছিল। এতিয়া এই অৱস্থাক যিমানদূৰ পাৰে ফুলেশ্বৰীয়ে নিজৰ উদ্দেশ্য সিদ্ধিৰ কাৰণে ব্যৱহাৰ কৰিবলৈ চেষ্টা কৰিলে। পূজাৰীয়ে ৰজাক কৈ গৈছিল যে পূজাৰ মাজতে দেৱীয়ে কুমাৰীৰ মাজত সংহাৰ মূৰ্তি ধৰি কেতিয়াবা দেখা দিয়ে। তেতিয়া যেন পূজাৰীক মাতে। হয়তো সেই সাৱধান-বাণীৰে পূজাৰীয়ে ফুলেশ্বৰীকে ইংগিত দি গৈছিল সেই সংহাৰ মূৰ্তি ধৰিবলৈ। হয়তো পূজাৰীৰো ইচ্ছা, দেৱীৰ সংহাৰ মূৰ্তিক স্তুতি কৰিবলৈ অহাৰ চলতেই পাৰে যদি নিজেও এবাৰ ফুলেশ্বৰীৰ নগ্ন সৌন্দৰ্য্য চাই চকুৰ তৃপ্তি পলুৱাব।

ফুলেশ্বৰীয়ে ৰজাৰ ফাললৈ চাই আছে আৰু ভাবিছে : 'কৰ, পূজা কৰ। এয়া তহঁতৰ আৰম্ভ হে। ইয়াৰ পিচত নিজে নিজে তহঁত নামি যাবি সিংহাসনৰপৰা। ঘৰে ঘৰে গৈ প্ৰতি মাতৃৰ ভৰিত ধৰি কান্দিবি। তহঁতৰ মূৰ আৰু কোনোদিন পোনাব নোৱাৰিবি। বাইজৰ ঘৰে ঘৰে, চোতালে চোতালে, তহঁতৰ মূৰ বাগৰি ফুৰিব। কোনো পূজাই, কোনো পুণ্যই, কোনো পূজাৰীয়ে তহঁতক ৰক্ষা কৰিব নোৱাৰে।' ভাবোঁতে ভাবোঁতে ফুলেশ্বৰী উত্তেজিতা হ'ল। সেই সময়তে কিবা মন্ত্ৰ মাতি ৰজাই সেৱা কৰিছিল। ফুলেশ্বৰীয়ে হেলাৰঙে নিজৰ এখন ভৰি ৰজাৰ মূৰৰ ওপৰতে থওঁ থওঁ। ৰজা সেই অৱস্থাতে ৰৈ থাকিল। ফুলেশ্বৰীৰ মুখত হাঁহি বিৰিঙি পৰিল। মনে মনে ভাবিলে, 'যি গৌৰীনাথক তই বিনা অপৰাধত কটালি, সেই গৌৰীনাথে এই দৃশ্য যদি স্বৰ্গৰপৰা দেখিছে, তেন্তে নিশ্চয় শান্তি পাইছে।' গৌৰীনাথৰ কথা মনত পৰাৰ লগে লগে ফুলেশ্বৰী জ্বলি উঠিল। বেদীত বহি থকা অৱস্থাতে কঁপিবলৈ ধৰিলে। বেদীৰ ওচৰতে থকা বিৰাট বলি কটা দাখনত ফুলেশ্বৰীৰ চকু পৰিল। হঠাৎ ৰজাৰ মূৰৰ কাষৰপৰা ভৰি আঁতৰাই আনি দাখন দুই হাতেৰে ধৰি ৰজাৰ মূৰত ঘাপ মাৰিব খুজিলে। ভয়ত ৰজাই চিঞৰ মাৰি দিলে। সেই চিঞৰত ফুলেশ্বৰীয়ে চেতনা ফিৰাই পালে। ফুলেশ্বৰীক বুদ্ধিয়ে লাগ দিলে। ভাবিলে, 'কি হ'ব এই অপদাৰ্থক কাটি। ইয়াৰ মৃত্যু হ'লে ময়ো ৰাণী হৈ থাকিব নোৱাৰিম। তেতিয়া ইহঁতৰ ৰাজত্ব সমূলে ধ্বংস কৰাৰ সপোন, ৰাইজৰ বিদ্ৰোহৰ অগণিত কাৰেংঘৰ পুৰি ভস্ম কৰাৰ সপোন, গৌৰীনাথক বধ কৰাৰ বাবে প্ৰতিশোধ লোৱাৰ সপোন, সকলো বিফল হ'ব। নাই, থাওক, তই জীয়াই থাক। তিল তিলকৈ মৰিবি তই, তিল তিলকৈ মাৰিম তোক।'

ফুলেশ্বৰীয়ে ঘপিয়াবলৈ দা দঙাৰ আগতে কাম-উত্তেজিত ৰজাই সংযমৰ সকলো

বন্ধন ছিডি ঠিক কৰিছিল, বেদীৰপৰা টানি আনি ফুলেশ্বৰীক আজি এই মন্দিৰতে প্ৰথম উপভোগ কৰিব। পূজাৰীয়েতো এদিন কৈছিলেই যে কুমাৰী পূজা কৰোঁতে কামাসক্ত হৈ কুমাৰীক উপভোগ কৰিলে পুণ্য হে হয়। কিন্তু বলি কটা দাখন ফুলেশ্বৰীৰ হাতত দেখি ৰজাৰ কাম-বাসনা ক'ৰবাৰৈ পলাল। চিঞৰ মাৰিয়েই ৰজাই নাওমানকৈ দুৱাৰ খুলি পূজাৰীক কোঁপাই-জোপাই মাতিলে। পূজাৰী উধাতু খাই সোমাই আহিল। ইতিমধ্যে এখনি ৰক্তবস্ত্ৰ ফুলেশ্বৰীয়ে গাত মেৰিয়াই ল'লে। পূজাৰী সোমাই আহি দেখিলে, ৰক্তবস্ত্ৰ-পৰিহিতা ফুলেশ্বৰীৰ হাতত বলি কটা দা। খঙত গোটেই মানুহজনী কঁপি আছে। পূজাৰীয়ে ফুলেশ্বৰীক খন্তেক চাই নিজেই ভয় খাই উঠিল আৰু লগে লগে আঁঠু কাঢি দেৱী-স্তুতি কৰিবলৈ ধৰিলে।

এই অৱস্থাত কি কৰা ভাল হ'ব ফুলেশ্বৰীয়ে ভাবি চালে। কিবা উপায়ে ৰজাক বিশ্বাস জন্মাব লাগিব যে গোসানীয়ে সংহাৰ মূৰ্তি ধৰিছিল। লাহে লাহে ফুলেশ্বৰীয়ে দাখন পেলাই দিলে আৰু অজ্ঞান হোৱাৰ ভাও ধৰি বেদীতে পৰি গ'ল। পূজাৰীয়ে ফুলেশ্বৰীৰ মুখত শান্তিপানী ছটিয়াই দিলে। ৰজাক ক'লে, "এতিয়া আৰু আইকুঁৱৰীৰ দেহত গোসানী নাই। সেয়ে অজ্ঞান হৈ পৰিছে। আপুনি আইকুঁৱৰীক শান্ত কৰক। মই বাহিৰ ওলাওঁ।" এইবুলি পূজাৰীয়ে বলিকটা দাখন আঁতৰাই থৈ মন্দিৰৰপৰা ওলাই সাৱধানে দুৱাৰখন বন্ধ কৰি দি বাহিৰত ঘোষণা কৰিলে,

"পূজা শেষ হৈছে। শেষ বাৰৰ কাৰণে মঙ্গলবাদ্য বজাব লাগে।"

উৰুলী, শংখ, ঘণ্টা, ডবা, কাঁহৰ শব্দই ৰজনজনাই উঠিল। সেই শব্দ ভিতৰত ৰজা আৰু ফুলেশ্বৰীয়েও শুনিলে। ফুলেশ্বৰীয়ে সাজ-পাৰ পিন্ধি ৰজাক সুধিলে,

"মোৰ কি হৈছিল? বহুত সময় যেন ক'ব নোৱাৰা হৈ আছিলোঁ।"

বাহিৰত শংখ-ঘণ্টা বাজি আছিল। ফুলেশ্বৰীয়ে উপভোগ কৰিছিল। ৰজা তেতিয়াও কঁপি আছিল। পূজাৰীৰ ওঁঠৰ প্ৰসন্ন হাঁহিত ঘামে মুকুতাৰ মালা পিন্ধাইছিল।

॥ এক ॥

১৭২২ চন : শিৱসিংহ ৰজা হোৱাৰ ৮ বছৰ পাচত : ফুলমতীক ৰাজকাৰেঙলৈ অপহৰণ কৰাৰ কিছুদিনৰ ভিতৰতে। হঠাৎ গণনাত ওলাই পৰিল—শিৱসিংহ স্বৰ্গদেৱৰ ছত্ৰভংগ যোগ পৰিছে। পৰ্বতীয়া গোসাঁই আৰু আন আন পণ্ডিত আৰু মন্ত্ৰীসকলে পৰামৰ্শ কৰি অসম-ৰাজত্বত তাৰ আগেয়ে কেতিয়াও কোনো পণ্ডিতে গণনা কৰি নোপোৱা 'ছত্ৰভংগ যোগ' নামৰ দৈৱদশাৰ হাত সাৰিবলৈ অৰ্ধাংগিনী বৰকুঁৱৰীৰ হাতত ৰাজছত্ৰ প্ৰদান কৰাৰ দিহা দিলে। এই দুৰ্বোধ্য ছত্ৰভংগ যোগ, ইয়াৰ উদ্ভাৱন, ইয়াৰ অন্তৰ্নিহিত উদ্দেশ্য আদিৰ বিষয়ে বুৰঞ্জী মনে মনে থাকিল।

॥ দুই ॥

ক্ষমতাই নহয়, ক্ষমতাৰ অপব্যৱহাৰ চকুৰ আগত দেখি দেখি ফুলমতী পাগলী যেন হৈছিলগৈ। ৰাজছত্ৰ মূৰৰ ওপৰত লোৱাৰ পাচত ফুলমতীয়ে বুজিলে, পৃথিৱীৰ কোনো স্বাধীনতা তেওঁৰ নাই। এই কথা তেওঁ প্ৰথম অনুভৱ কৰিলে, ৰাণী হিচাপে দেশ শাসন কৰিবলৈ সিংহাসনত বহাৰ পাচত এদিন মাকৰ ঘৰলৈ ওলাওঁতে। হৰিনাথ ককায়েকৰ লৈতে কোনো কথাকে মনে মনে পতাৰ উপায় ৰাজকাৰেঙত নাই। লিগিৰী-প্ৰহৰী-চোৰাংচোৱাৰ উৎপাতত পেটত থকা কথাও ডা-ডাঙৰীয়াৰ কাণত পৰেগৈ যেন লাগে। ইপিনে মাককো এবাৰ চাই আহিবৰ মন। ৰাণী হৈ যে মনৰ একো পৰিবৰ্তন হোৱা নাই, এই কথা মাকে জনা দৰকাৰ। কি হ'ব ৰাণী হৈ ' 'যদি সৈন্যবাহিনী মোৰ হাতত থাকিলহেঁতেন, তেতিয়া হে বুজাই দিব পাৰিলোঁহেঁতেন। যদি ৰাণী হৈ-নিজে ওলাই গৈ এই অত্যাচাৰী শাসনৰ শেষ পেলোৱাৰ বিষয়ে আলোচনা কৰিবলৈ পাৰিলোহেঁতেন, তেহে ৰাণী হোৱাৰ সাৰ্থকতা।'— মনে মনে ভাবিলে ফুলমতীয়ে। কেতিয়াবা নিজৰে ভাব হয় নিজেই বলিয়া হৈ যোৱা বুলি। মনটো অকণমান ভাল কৰাৰ ইচ্ছাৰেই মাকৰ ঘৰলৈ ওলাইছিল ফুলমতী। বেছি ভাল সাজ-পাৰ পিন্ধি গ'লে বাইজে হাঁহিব। সেয়ে সাধাৰণ সাজ এযোৰ পিন্ধি লৈছিল। গা-চোৱা লিগিৰীক কৈছিল আইৰ ঘৰৰপৰা আহোঁগৈ বুলি। খন্তেক পিচতে আহি বৰবৰুৱা ওলাইছিলহি। কৈছিল, বাহিৰত পাল্কী, চোৰাংচোৱা, ডাঙৰীয়া, গা-ৰক্ষী সৈন্য, বৰুৱা, লিগিৰী আদি সাজু হৈ ৰৈ আছে—বৰকুঁৱৰীক সদলবলে মাতৃ-গৃহলৈ নিবলৈ। আচৰিত হৈছিল ফুলমতী। কৈছিল, সাধাৰণভাৱে যাব খোজোঁ, ইমানবোৰ দলবল লৈ আইৰ ঘৰলৈ নাযাওঁ বুলি। বৰবৰুৱাই কৈছিল, সেইটো সম্ভৱ নহয়, ৰাণী ৰাণীৰ দৰে যাবই লাগিব। ফুলমতীৰ মূৰ গৰম হৈ গৈছিল। তিৰস্কাৰেৰে থকাসৰকা কৰি সকলোকে নিজৰ ওচৰৰপৰা আঁতৰাই পঠিয়াইছিল। কিন্তু লগে লগে বুজিছিল, কাৰাগাৰ ভাঙি ওলাই যাব পাৰিলেও ৰাজকাৰেঙৰ ৰাণী মুকলি মনেৰে ফুৰোঁ বুলি ওলাই যাব নোৱাৰে, ৰাজকাৰেঙৰ নিয়ম মানি চলিবই লাগিব। এই কথা হৃদয়ংগম কৰাৰ পাচত হুকহুককৈ কান্দিছিল ফুলমতীয়ে। কান্দি কান্দি নিজৰ মনক দৃঢ় কৰিছিল। কান্দি কান্দি দৃঢ় কৰা সংকল্পৰে ৰাজসিংহাসনৰ ভেটি ভঙাৰ পথ মুকলি কৰিছিল।

মনৰ সেই অস্থিৰ অৱস্থাতে পিচদিনা ৰাজসভাত ৰজাৰ লগত বহি আছিল ফুলমতী। একে একে আহি প্ৰণিপাত কৰা মন্ত্ৰী, ডা-ডাঙৰীয়াবোৰক নেলু টিপি মাৰিবৰ বাসনাক চেপি ধৰি ফুলমতীয়ে হাঁহি আছিল। এনেতে কান্দি কান্দি এজনী বুঢ়ী আহি হাজিৰ। ছুটা চাউভাঙে ধৰি আনিছিল। চাউভাং বৰুৱাৰ অভিযোগ : বুঢ়ীয়ে বোলে দিনে-নিশাই শাও দি থাকে, ৰজা আৰু ৰজাৰ ঘৰৰ ডা-ডাঙৰীয়াকে আদি কৰি সকলোকে জীয়াই জীয়াই পুতি থৈ ভগৱানে যেন ৰং চায়। ওচৰৰ মানুহে

খবৰ দিয়াত চাউডাং বৰুৱাই নিজে গৈ সোধোঁতেও বুঢ়ীয়ে বোলে বৰুৱাৰ মুখৰ আগত হাত জোকাৰি ক'লে—"তোকো পুতিম ৰজাৰ লগতে, জীয়াই জীয়াই পুতিম; তাৰ পাচত হে মই শান্তি পাম।" কোনোবা এজন ডাঙৰীয়াই পৰামৰ্শ দিলে, প্ৰাণে মৰাতকৈ বুঢ়ীৰ জিভাখন কাটি এৰি দিয়াই ভাল। ফুলমতীৰ খঙে মূৰৰ চুলি পালেগৈ। গম্ভীৰ স্বৰেৰে ক'লে: বুঢ়ীৰ কথা শুনাৰ পাচত হে আৱশ্যক হ'লে পাত্ৰ-মন্ত্ৰীৰ পৰামৰ্শ লোৱা হ'ব। অযাচিত মন্ত্ৰণাৰ প্ৰয়োজন আমাৰ ৰাজসিংহাসনে অনুভৱ নকৰে।" এইবুলি ফুলেশ্বৰীয়ে বুঢ়ীক সুধিলে, কিবা ক'বলৈ আছে নেকি। বুঢ়ীয়ে হাত-যোৰ কৰি ক'লে, "মহাৰাণী, কিনো ক'ম মই। কাটিলেও কাটক, মাৰিলেও মাৰক। কিন্তু এই ৰৰমুৰীযাবোৰৰ অত্যাচাৰ আৰু সহিব নোৱাৰোঁ।" এইবুলি কৈ বুঢ়ীয়ে হুৰাওৱাৰে কান্দিবলৈ ধৰিলে। কন্দা দেখি চাউডাং বৰুৱাই অনুমতি বিচাৰিলে বুঢ়ীক লৈ যাবলৈ। ফুলমতীয়ে ইংগিতেৰে ক'লে, বুঢ়ীক লৈ নাযাবলৈ। কান্দোন কমিলত বুঢ়ীয়ে চকু মোহাৰি মোহাৰি এক করুণ ইতিহাস বৰ্ণনা কৰিলে। বুঢ়ীৰ বোলে একেটি মাত্ৰ বাপেক মৰা পুতেক আছিল। বয়স ষোলমান। এবাৰ বোলে কোনোবা এজন ৰজাঘৰীয়া মানুহক কবৰ দিওঁতে বুঢ়ীৰ পুতেককো আন দুই-চাৰিটা ডেকাৰ লগতে পুতি থ'লেগৈ। বুঢ়ীয়ে বোলে সকলোবে ভৰিত পৰি পৰি কান্দিলে। নিজে মৈদামত সোমাবলৈ ওলাল। বুঢ়ীক ভাবিৰে গোৰ মাৰি পেলাই থৈ পুতেকক নি মৈদামত জীয়াই জীয়াই পুতিলেগৈ। ৰজাঘৰীয়া কোনোবা এজন ডেকা মৰিছিল বোলে, সেই মৰা ডেকাটোৰ লগত ধেমালি কৰিবলৈ বোলে বাকী জীয়া ডেকাকিটাক পুতি থ'লেগৈ। তাৰ পাচৰপৰাই বুঢ়ী বলিয়াৰ নিচিনা হ'ল। আৰু, এতিয়াও বুঢ়ীয়ে ৰজাঘৰীয়া মানুহ পুতিবলৈ বিচাৰি ফুৰে। নিজে নোৱাৰিলেও বোলে ভগৱানে নিজে আহি বুঢ়ীক দিয়া এই শোকৰ প্ৰতিশোধ ল'বই—এই বিষয়ে বুঢ়ী নিশ্চিত।

এই করুণ কাহিনী শুনি ফুলমতী প্ৰথমতে স্তব্ধ হৈ গ'ল। খন্তেক পিচতে খঙত তেওঁ ৰঙা পৰি কঁপিবলৈ ধৰিলে। তেওঁ নিজৰ মাকৰ মুখখন বুঢ়ীৰ মুখত দেখা পালে। ফুলমতী আৰু সেই বুঢ়ী—দুয়ো যেন বহুত হত্যাকাৰীৰ মাজত বিপদজনক-ভাৱে বহি আছে। পাত্ৰ-মন্ত্ৰী, ডা-ডাঙৰীয়া সকলোৰে চেহেৰাত হত্যাকাৰীৰ অভিসন্ধি ফুলমতীয়ে দেখিবলৈ পালে। ওচৰতে আনখন সিংহাসনত বহি বহি বেঙা শিৱসিংহই ৰগৰ চাই আছিল। ৰঙা পৰা আৰু কঁপা দেখি সকলোৱে ভাবিছিল, ৰাণীৰ এই বুঢ়ীজনীৰ ওপৰত অসম্ভৱ খং উঠা বুলি। ভাবিছিল, বুঢ়ীৰ আজি নিস্তাৰ নাই। নিজৰ খঙক সংযত কৰাৰ কোনো চেষ্টা নকৰি ফুলমতীয়ে ৰজাৰ কাণে কাণে কিবা ক'লে। ৰজাই মূৰ দুপিয়ালে। তাৰ পাচত ফুলমতীয়ে সকলোকে আচৰিত কৰি বিচাৰৰ ৰায় দিলে:

"হঠাৎ শোক পোৱা কাৰণে বুঢ়ী মাতৃৰ মূৰৰ দোষ হৈছে। মস্তিষ্ক বিকৃতি এটা ৰোগ। ৰোগীয়ে বহুত নকৰিবলগীয়া কাম কৰে। বুঢ়ীৰ কোনো দোষ নাই, দোষ ৰোগৰ হে। একেটা পুতেকক বুঢ়ীৰ বুকুৰপৰা কাঢ়ি অনাটোও বৰ বেয়া হৈছে।

কিন্তু হোৱা কথা হৈ গ'ল। বুঢ়ীক এৰি দিব লাগে আৰু বেজবৰুৱাক ক'ব লাগে বুঢ়ীৰ চিকিৎসা কৰিবলৈ।"

ৰাজসভাৰপৰা গুচি আহিল ফুলেশ্বৰী। আহিয়েই পালেঙী-খাটৰ ওপৰত ৰাজকীয় সাজ-পাৰ দলিয়াই পেলাই দুই হাতেৰে নিজৰ চুলিত টানকৈ ধৰি কঁপিবলৈ ধৰিলে। লিগিৰীহঁত লৰালৰিকৈ ওচৰ চাপি আহিল। ৰজাঘৰৰ সকলো নিয়ম বিদায় দি ফুলমতীয়ে নিয়ম কৰি দিছিল, লিগিৰীহঁতে ফুলমতীক বাইদেউ বুলি মাতিব। ৰজাৰ ৰাজ-কাৰেঙত এনেকুৱা বৰকুঁৱৰী কোনেও কেতিয়াও পোৱা নাছিল। বৰকুঁৱৰী ফুলেশ্বৰীয়ে নিজৰ কাপোৰ পিন্ধা, চুলি ফণিওৱা আদি নিজে কৰে, লিগিৰীহঁতৰ সৈতে সমনীয়া ছোৱালীৰ দৰে মেল মাৰে, লিগিৰীহঁতৰ খোৱা-থকাৰ ব্যৱস্থাৰ ওপৰত নিজে চকু দিয়ে, ভাল ল'ৰা যোগাৰ কৰিব পাৰিলে বা কোনোবা লিগিৰীয়ে কাৰোবাক বিয়া কৰাব খুজিলে, আনন্দেৰে তৎক্ষণাৎ সন্মতি দিয়ে। বৰকুঁৱৰীৰ আগত কোনো ডাঙৰীয়াই কেতিয়াও লিগিৰীৰ ওপৰত মাতব্বৰী কৰিব নোৱাৰে। সিহঁতৰ অভাৱ-অভিযোগ শুনি ততালিকে প্ৰতিকাৰৰ ব্যৱস্থা কৰে। ইমান মিলিজুলি থকা কাৰণেই লিগিৰীহঁতে লক্ষ্য কৰি আহিছিল, বৰ-ৰজা হোৱাৰ পাচৰপৰা বৰকুঁৱৰীৰ খং বেছি হৈছে। কোনো ডা-ডাঙৰীয়াকে সহ্য কৰিব নোৱাৰা হৈছে। আজি এই অৱস্থা দেখি লিগিৰীহঁত ওচৰ চাপি আহিলত বৰকুঁৱৰী ফুলেশ্বৰীয়ে খঙেৰে সিহঁতক দাঁত কৰচি সুধিলে: "তহঁতে জীয়াই জীয়াই মানুহ পুতি ৰং চাব পাৰিবি?" লিগিৰীহঁত আচৰিত। ফুলেশ্বৰীয়ে আকৌ সুধিলে—"পাৰিবি নে নোৱাৰ ক বেগেতে। নহ'লে তহঁতৰ ৰক্ষা নাই।" ভয়ে ভয়ে এজনী লিগিৰীয়ে ক'লে, "সেইটো চাউডাঙৰ হে কাম। আমি কেনেকৈ পাৰিম?"

"চাউডাঙে পোতা চাই ভাল পাবি নেকি?"

"নাপাওঁ বাইদেউ, আমাক সেই কামলৈ নপঠিয়াব।"

"তেন্তে, তেন্তে এই ৰজাঘৰীয়া মানুহ মৰিলে যে মৈদামৰ ভিতৰত মৰাৰ লগতে জীয়া মানুহো নি পোতে, সেই কথা তহঁতে জান নে নেজান?"

"জানো।"

"তেন্তে কিয় সহ্য কৰি আছ? কিয় তহঁতে আজিও কোৱা নাই সেই অমানুষিক কাণ্ড বন্ধ কৰিব লাগে বুলি? তহঁত মানুহ হয় নে নহয়? তহঁতৰ মানুহৰ অন্তৰ আছে নে নাই? তহঁত মাতৃ জাতি হয় নে নহয়? কি তহঁত?"—ওচৰতে পোৱা লিগিৰীজনীক চুলিত ধৰি জোকাৰি দিলে ফুলেশ্বৰী কুঁৱৰীয়ে।

বুদ্ধিমতী লিগিৰীজনীয়ে বুজিলে, ৰাণীৰ খং ক'ৰবাত। সেয়ে লাহে লাহে ক'লে, "আপোনাৰ খং উঠিছে কাৰণে হে আপুনি আমাক দোষ দিছে বাইদেউ। আমাৰ কথা কোনে শুনে? ক'লেই কাটিব।"

কিছুপৰ অবাক দৃষ্টিৰে দূৰলৈ চাই থাকিল মহাৰাণী ফুলেশ্বৰী কুঁৱৰীয়ে। তাৰ পাচত পূজাৰীক মাতি পঠিয়ালে। পূজাৰী আহি পোৱাৰ লগে লগে ফুলেশ্বৰীয়ে খঙেৰেই সুধিলে:

"দেৱীৰ ধৰ্মত মানুহ কবৰ দিয়াৰ নিয়ম আছে নেকি ?"

"নাই আইদেৱী। আমাৰ নীতি মতে শৱ দাহ কৰাহে হয়।"

"তেন্তে ৰজাৰ আৰু ডা-ডাঙৰীয়াৰ বংশৰ মানুহ মৈদামত কবৰ দিয়া হয় কিয় ?"

"সেই প্ৰথা তুলি দিয়া উচিত।"

"কিন্তু ইমান দিনে কোৱা নাই কিয় আপুনি ?"

"ৰজাক কেতিয়াবাই জনোৱা হৈছিল।"

"এতিয়া ৰজাক আকৌ জনাব। মই ইয়াৰ ব্যৱস্থা কৰিম। কোনো অধৰ্ম এই ৰাজ্যত হ'ব নোৱাৰে।"

পূজাৰী গ'ল। লিগিৰীহঁত ওচৰতে ৰৈ আছে। ফুলেশ্বৰীয়ে অসহ্য খঙত কোঁপাই আছে। মনে মনে গৰজি আছে: হুঃ, জীয়াই জীয়াই মানুহ পোতে। সিহঁতৰ মৰা মানুহৰ লগত ধেমালি কৰিবলৈ, কথা পাতিবলৈ, জীয়া মানুহ নি লগত পোতে। খবৰদাৰ। আৰু জীয়া মানুহ পোতাৰ কথা নাভাবিবি। এতিয়াৰপৰা মৰা মানুহ পোৰা হ'ব আৰু তাৰ লগতে তহঁতৰ নিজ বংশৰ কিছুমান জীয়া মানুহো পোৰা হ'ব। তহঁতৰ ভাৰ পৃথিৱীয়ে সহিব নোৱাৰা হৈছে। তহঁত ৰজাবোৰক পুৰিব লাগিব—জীয়াই জীয়াই পুৰিব লাগিব।

ৰাতি ফুলমতীয়ে ৰজাৰ লগত কথা পাতিলে। পুৱা ৰজাক পূজাৰীয়ে নিজ অভিমত জনালে। দুপৰীয়া ৰাজ-সভাত ক্ৰোধান্বিতা ৰাণী ফুলেশ্বৰী কুঁৱৰীয়ে স্বৰ্গদেও শিৱসিংহক কাষত ৰাখি ঘোষণা কৰিলে—"এতিয়াৰপৰা শৱ দাহ কৰা হ'ব। মৈদামত পোতা প্ৰথা তুলি দিয়া হৈছে। এয়া বৰ-ৰজাৰ আদেশ, দেশত প্ৰচাৰ কৰি দিব লাগে।" পাত্ৰ-মন্ত্ৰীসকল অবাক হ'ল। শিৱসিংহই প্ৰসন্ন হাঁহিৰে সভা শুৱনি কৰি ৰাণীৰ আদেশৰ প্ৰতিক্ৰিয়া লক্ষ্য কৰিলে। ৰজাঘৰীয়া শৱ মৈদামত পোতা প্ৰথাই চিৰদিনৰ বাবে বিদায় ল'লে।

## ॥ তিনি ॥

বৰকুঁৱৰী বৰৰজা দেৱী ফুলেশ্বৰী তথা প্ৰমথেশ্বৰী নিশ্চল হৈ থিয় হৈ আছে বৰদৌলৰ সন্মুখত। চকুৰ আগত সাগৰ যেন পুখুৰী গৌৰীসাগৰ। কাষত থিয় হৈ আছে পাত্ৰ-মন্ত্ৰী, ডা-ডাঙৰীয়াসকল, লিগিৰীবোৰ, গা-ৰক্ষী সৈন্য, পূজাৰী, সমবেত সাধাৰণ ৰাইজ, নিজৰ ককায়েক বৰপাত্ৰ গোহাঁই হৰিনাথ, ফুলেশ্বৰীৰ মাতৃ আৰু চোৰাচোৱাবোৰ। ফুলেশ্বৰীয়ে কিন্তু একো দেখা নাই। সন্মুখৰ পুখুৰী, পিচত থকা দৌল, সমবেত সকলো মানুহ আৰু ডা-ডাঙৰীয়া, আৰু নিজৰ ৰাজকীয় মৰ্য্যাদা—সকলো এৰি ফুলেশ্বৰীৰ চকু দিগন্তত। অৰ্থহীনভাৱে একেথৰে দূৰলৈ চাই আছে বৰকুঁৱৰীয়ে। চকুৱে অৱশ্যে একো দেখা নাই—উকা চাৱনি। কিন্তু, কাষত থকা, চকুৰ আগত থকা এই সকলোবোৰ এৰি ফুলেশ্বৰীৰ মন উৰি গৈছে অতীতৰ কিছুমান দিনলৈ—যেতিয়া ৰাণী ফুলেশ্বৰী আছিল ফুলমতী, যেতিয়া পানী আনিবলৈ যাওঁতে গৌৰৈক সদায় লগ পাইছিল, যেতিয়া জীৱনত কোনো বন্ধন নাছিল। সেই জীৱন, সেই গৌৰীনাথ, সেই তেওঁৰ 'বৰৰজা' গৌৰীনাথ, সেই সুখৰ ঘৰুৱা জীৱন হেৰুৱাই আজি তেওঁ ৰাণীৰূপে বন্দিনী, আজি তেওঁ বৰকুঁৱৰী ৰূপে শিৱসিংহ নামৰ এক অক্ষম পুৰুষৰ বিকৃত যৌৱনলিপ্সাৰ সামগ্ৰী, আজি তেওঁ অমানুহ। ৰাণী হৈ তেওঁ প্ৰথম কাম কৰিলে নিজৰ নামৰ লগত 'বৰৰজা' উপাধি লগাই লোৱাটো। সকলো ৰাজকীয় জাননী ঢোল পিটি প্ৰচাৰ কৰাৰ সময়ত 'বৰৰজা'ৰ আদেশ বুলি প্ৰচাৰ কৰা হ'ল, এটা পঢ়াশালি খুলি 'বৰৰজাৰ পঢ়াশালি' নাম দিয়া হ'ল। সেই পঢ়াশালিত মানুহে শিক্ষা লভিব। সেই শিক্ষিত মানুহৰ মুখত "বৰৰজাৰ পঢ়াশালি" নামটো মনত থাকি যাব, তেওঁৰ জীৱনৰ একমাত্ৰ আপোনজন "বৰৰজা গৌৰীনাথ" মানুহৰ মুখে মুখে জীয়াই থাকিব, তেওঁৰ নাম লোৱাৰ লগতে তেওঁৰ গৌৰীনাথৰ নামটোও ল'ব। কিন্তু তথাপি যে তেওঁৰ মনে শান্তি নাপায়। ৰাণী হৈ তেওঁ তেওঁৰ গৌৰীনাথৰ কাৰণে মাত্ৰ ইমানকণ কৰিয়েই ক্ষান্ত থাকিব নে? গৌৰীনাথৰ মাক আৰু ঘৰখনক মাটি-বৃত্তি দান কৰি সুখত ৰাখিলে। আৰু? এটা সাগৰপ্ৰমাণ পুখুৰী খনালে ফুলমতীয়ে। ৰজাক ক'লে, ৰজা শিৱ যেতিয়া, তেওঁ গৌৰী, গতিকে গৌৰীসাগৰ নাম হওক পুখুৰীৰ। বহল উদাৰ ডাঙৰ পুখুৰী—গৌৰীনাথৰ দৰেই বহল উদাৰ। ৰজা সন্মত হ'ল। নাজানিলে, কিয় ৰাজ-পৰিয়ালৰ সকলো নাম বাদ দি, আনকি নিজৰ নামো বাদ দি, গৌৰীসাগৰ নাম দিলে। এই পুখুৰী খনোৱা ঠাইটুকুৰাৰ কথাকে বা কোনে জানে? চাউডাং বিকৰা আৰু আন আন বহুতৰেপৰা আলেঙে আলেঙে খবৰ লৈ ফুলেশ্বৰীয়ে জানিলে, এই ঠাইতে গৌৰীনাথক চাউডাঙে কাটিছিল। গতিকে এই ঠাইতে গৌৰীনাথৰ স্মৃতি-পুষ্কৰিণী খন্দা উচিত। পাৰত তিনিটা দৌল: বৰদৌল, গোসাঁই দৌল আৰু দেৱী দৌল। বৰদৌলত বিষ্ণু পূজা হ'ব। প্ৰথমে কেৱল এটা দৌলকে সজাইছিল—কেৱল বৰদৌল। বৈষ্ণৱ

মোৱামৰীয়াই বিদ্ৰোহ কৰি এই অত্যাচাৰী শাসনৰ ওৰ পেলাব বুলি ফুলেশ্বৰীৰ তেতিয়াও দৃঢ় বিশ্বাস। আৰু, এই মোৱামৰীয়াসকলৰ মাজত বৰমানুহ-সৰুমানুহ প্ৰভেদ নাই। সকলো সমান। শিৱ আৰু দেৱীৰ নামত কৰা মদ-মাংস-নাৰীৰ উৎপাতো বৈষ্ণৱসকলৰ মাজত নাই। যি বৈষ্ণৱ মোৱামৰীয়াই গৌৰীনাথক হত্যা কৰাৰ প্ৰতিশোধ লৈ অত্যাচাৰী শাসনৰ ওৰ পেলাব, সেই বিষ্ণুৰ পূজাৰ মন্দিৰ গৌৰীসাগৰৰ পাৰত থাকিব লাগিব। সেয়ে সুন্দৰকৈ সজালে, ডাঙৰকৈ সজালে বিষ্ণু দৌল। কিন্তু পূজাৰীয়ে আহি এদিন অসন্তোষ প্ৰকাশ কৰিলে। পূজাৰীক অসন্তুষ্ট কৰিব নোৱাৰি। পূজাৰীৰ সহায়তে দেৱীৰ নাম লৈ এতিয়ালৈকে বহুত অসাধ্য সাধন কৰিছে ফুলেশ্বৰীয়ে। সৰুকৈ দেৱীদৌল এটা সজাই দিলে। গোসাঁই দৌলটো বজাই সজাবলৈ ক'লে। ফুলেশ্বৰীয়ে আপত্তি নকৰিলে।

আজি এই বহল পুখুৰীৰ পাৰত থিয় হৈ ফুলেশ্বৰীৰ গৌৰীনাথৰ কাৰণে জ্বলি থকা অন্তৰখনে কিছু শান্তি পাইছে। আজি ফুলেশ্বৰীয়ে অৱসাদ অনুভৱ কৰিছে। অকলে অকলে ইমান দিনে এক অত্যাচাৰী ৰাজ-শাসন আৰু তাৰ বিভিন্ন ডাঙৰীয়াৰ বিপক্ষে যুঁজি যুঁজি, এক লম্পট ৰজাৰ প্ৰধান কুঁৱৰী হৈও নিজৰ সতীত্ব ৰক্ষা কৰি থাকিবলৈ যি শ্ৰম কৰিবলগীয়া হৈছে, সেই শ্ৰমে ফুলেশ্বৰীক ক্লান্ত কৰিছে। কিন্তু এতিয়াও বহুত বাকী। গৌৰীনাথৰ নামত সংকল্প লৈছে ফুলেশ্বৰীয়ে, শিৱসিংহক হাতত ৰাখি শিৱসিংহৰ নামতে এই অত্যাচাৰৰ, এই ৰাজ-শাসনৰ সমাধি ৰচিব বুলি। সেই কাৰ্য্য এতিয়াও শেষ হোৱা নাই। সেই কামত এতিয়াও কোনোৱেক হৰিনাথে ফুলেশ্বৰীক সহায় কৰিব পৰা নাই। সেই কাম যেতিয়া শেষ হ'ব, গাঁৱত বিচাৰ কৰিবলৈ বহা বাইজৰ বিজ্ঞকিজনৰ মেনৰ নিচিনাকৈ এখন মেল বহি যেতিয়া দেশ শাসন কৰিবলৈ ল'ব, যেতিয়া বিদ্ৰোহৰ অগনিত এই ৰাজ-শাসন পুৰি ছাৰখাৰ হ'ব, তেতিয়া—ফুলেশ্বৰীয়ে ভাবিলে—তেতিয়া ফুলেশ্বৰী পুনৰ ফুলমতী হৈ ঘূৰি যাব মাকৰ ঘৰলৈ—নদীৰপৰা পানী আনিবলৈ, পইতা ভাত খাবলৈ, দুপৰীয়া জাৰকালি ৰ'দত বহি মূৰ ফণিয়াবলৈ, কোনে জানে তেতিয়া হয়তো কিবা দৈৱৰ কৃপাত গৌৰীনাথো পুনৰজীৱন ধৰি ওলাবহি পাৰে।

ফুলেশ্বৰীয়ে কন্দা নাছিল। কিন্তু দুগালেদি ধাৰাসাৰে চকুপানী বাগৰি গৈছিল। সেই চকুপানী হয়তো গৈ গৌৰীসাগৰ পুখুৰীৰ পানীত মিলিছিলগৈ—প্ৰাণৰ কোঁৱৰ গৌৰীনাথৰ মৰম বিচাৰি।

## ॥ চাৰি ॥

ভক্তি?? ভক্তিৰ লগত কেতিয়াও চা-চিনাকি হোৱা নাই শিৱসিংহৰ। প্ৰতাপী ৰজা বাপেক ৰুদ্ৰসিংহৰ ৰাজকাৰেঙত ডাঙৰ-দীঘল হৈছে শিৱসিংহ। ৰজা নিষ্ঠুৰ হ'ব লাগে বুলি ৰাজকাৰেঙত থাকি সৰুৰেপৰা শিকিছিল। জয়সাগৰ পুখুৰী পাৰত সৰু বন্ধ ঘৰ এটাত ৰংপুৰ নগৰ পাতোঁতা ঘনশ্যাম খনিকৰক শত্ৰুক দিবলৈ নগৰখনৰ পৰিকল্পনা লৈ যোৱা বুলি সন্দেহ কৰি আমৰণ বন্দী কৰি থোৱা বাপেকৰ বিচাৰ শিৱসিংহই দেখিছিল। বিচাৰৰ দিনা তাৰস্ত-বিস্বৰৈকে কন্দা ঘনশ্যামক হাহি হাহি চাণ্ডডাঙে লৰি খাই-খুৰিয়াই লৈ যোৱা। চাই আছিল শিৱসিংহই। সেইচাই বিদ্ৰোহৰ সম্ভৱত ধৰা, তাঙৰিকা আদিক নিষ্ঠুৰভাৱে বধ কৰিবলৈ হাহি হাহি বাপেকে দিয়া আদেশ শুনি আছিল শিৱসিংহই। চাৰিজনী কুঁৱৰী আৰু এপাল লিগিৰীৰে পৰিবেষ্টিত হৈ জীৱন উপভোগ কৰা বাপেকে শিকাইছিল, তিৰোতাক কেনেকৈ কঠোৰ শাসন কৰিব লাগে। শিৱসিংহৰো ইচ্ছা আছিল বাপেকৰ দৰে প্ৰতাপী আৰু নিষ্ঠুৰ হোৱাৰ। কিন্তু আন্তৰিক আৰু শাৰীৰিক দুৰ্বলতাই তেওঁক নিষ্ঠুৰ হ'বলৈ সাহস দিব নোৱাৰিলে।

'ভক্তি' তেওঁ কেতিয়াও শিকা নাই। তেওঁ জানে, বাপেকে দেশত এজন ধৰ্ম-গুৰুৰ আগত মূৰ নোদোঁৱালে। তেওঁ জানে, বিদেশৰ ধৰ্মগুৰু কৃষ্ণৰাম ন্যায়বাগীশক অনাই তেওঁ সেই গুৰুৰ আগতো মূৰ নোদোৱালে—সেই ন্যায়বাগীশ ধৰ্মগুৰু দেশত দেৱতুল্য নহয় বুলি। শিৱসিংহয়ো কোনো ধৰ্মকে বিশ্বাস নকৰে। কিন্তু হঠাৎ বাপেকৰ মৃত্যুৰ পাছত কৃষ্ণৰাম ন্যায়বাগীশৰ শাপৰ ফল বুলি তেওঁ ধৰ্মক ভয় কৰিবলৈ শিকিলে। এতিয়াও তেওঁ ধৰ্মক ভয় কৰে। নিজে কৰা সকলো অনাচাৰৰ পাপ বিনষ্ট কৰিবৰ কাৰণে হে তেওঁ ধৰ্ম কৰে। ছত্ৰভংগ যোগ আৰু ফুলেশ্বৰীৰ গাত দেৱী শক্তি কোৱা কথা আদিয়ে তেওঁক ভয় খুৱালে। সেই ভয়ৰ কাৰণে তেওঁ ৰাজকোষলৈ লক্ষ্য নকৰাকৈ দান-ধৰ্ম কৰিবলৈ ধৰিলে। সকলো ধৰ্মৰ, সকলো গুৰু আৰু পূজাৰীকে মুক্তহস্তে দান কৰি গ'ল তেওঁ। কাৰবাক মাটি, কাৰবাক ধন-সোণ —যাকে যিহকে লাগে। দেৱীৰ ভয়ত ফুলেশ্বৰীৰ নিচিনা ৰূপহী এজনীকো সম্ভোগ কৰাৰ সাহস হোৱা নাই তেওঁৰ। দান-দক্ষিণা কৰি সোনকালে দেৱতাৰ কোপ আঁতৰাই পুনৰ সম্ভোগত লিপ্ত হ'ব লাগে—এয়ে তেওঁৰ বাসনা। ভয়ৰ দানেৰে দেশৰ ধৰ্মৰ গুৰিয়ালসকল লাভৱান হ'ল।

দিন বৈ নাথাকে। আৰু বৈ নাথাকে যৌৱন। বঢ়া ভাত ৰাখি নোখোৱা মনোবৃত্তিৰ ৰজা শিৱসিংহই এই কথা মৰ্মে মৰ্মে অনুভৱ কৰিলে। প্ৰথম ফুলেশ্বৰীক বিবস্ত্ৰা কৰি পূজা কৰা দিনাৰেপৰা আন নহ'লেও চকুৰ তৃপ্তিৰ কাৰণেই সকলো ভয়-সংকোচ কাতি কৰি থৈ শিৱসিংহই প্ৰায়ে পূজা কৰি আহিছে। ক্ৰমে পূজাতকৈ

চকুৰ আৰু স্পৰ্শৰ তৃপ্তিৰ কাৰণে বেছি সময় খৰচ কৰিবলৈ লৈছে। ফুলেশ্বৰী আন কাম শেষ কৰি দেৱী-মন্দিৰলৈ অহাৰ আশাত ৰজা মন্দিৰতে বৈ থকা হ'ল। ৰাজকাৰেঙৰ মানুহে ভাবিলে, ৰজাৰ দেৱীৰ প্ৰতি ভক্তি বাঢ়িছে। কেৱল ৰজা শিৱসিংহ, ফুলেশ্বৰী আৰু পূজাৰীয়ে বুজিলে সকলো কথা। বুকুৰ অতৃপ্তিৰ পোৰণিটো শিৱসিংহই অকলৈ লৈ থাকিল। লাহে লাহে ফুলেশ্বৰীয়েও বুজি আহিছিল, কেৱল দেৱীৰ ভয়ত এই লম্পট ৰজাক সদায় সংযত কৰি ৰাখিব পৰা নাযাব। কিন্তু আৰু বেছি দিনতো নালাগে। ককায়েক হৰিনাথে কৈছে, অনতিপলমে বাইচে আহি কাৰেং আক্ৰমণ কৰিব। ফুলেশ্বৰীৰ সপোন সাৰ্থক হ'ব। গোৰীনাথৰ স্বৰ্গগত আত্মাই শান্তি পাব। মনত জ্বলি থকা প্ৰতিশোধৰ অগনিয়ে গোৰীনাথৰ প্ৰতি আকৰ্ষণ এতিয়াও একেদৰেই ৰাখিছে ফুলেশ্বৰীৰ।

নিজৰ সতীত্ব ৰক্ষাৰ চেষ্টা আৰু গণ-জাগৰণৰ স্বপ্ন দেখি থাকোঁতে এদিন ফুলেশ্বৰী হতাশ হৈ পৰিল। বিভিন্ন বিকৃত প্ৰক্ৰিয়াৰে ৰজাক সন্তুষ্ট কৰিবলৈ চেষ্টা কৰি থাকোঁতেই এদিন নিশা ৰজাই ফুলেশ্বৰীক জোৰেৰে হেঁচা মাৰি ধৰিলে। ফুলেশ্বৰীয়ে চিঞৰিলে। পহৰা দিয়া লিগিৰীয়ে জুমি চাই বাঞ্ছোচিত ৰতিক্ৰীড়া বুলি গুচি গ'ল। ফুলমতীয়ে দেৱীৰ মূৰ্তি ধৰি দেখুৱালে। শিৱসিংহ কামোন্মত্ত হৈ পৰিছিল, ক'লে, 'আজি দৰকাৰ হ'লে দেৱীৰে সতীত্ব নাশ কৰিম।' শাও দিলে ফুলমতীয়ে। ৰজাই হাঁহিলে। হাত-ভৰিৰে আঘাত কৰিলে। ৰজাই আৰাম পালে। ফুলেশ্বৰী মূৰ্ছা গ'ল। ৰজাৰ কামনা তৃপ্ত হ'ল। তিনি দিনলৈ ফুলেশ্বৰী মৃতপ্ৰায় হৈ পৰি থাকিল। এটাইকিদিন ৰজাই মন্দিৰ, ৰাজসভা বাদ দি কেৱল ফুলেশ্বৰীক সম্ভোগ কৰাত সময় কটালে।

ফুলেশ্বৰীয়ে প্ৰথমে অন্ধকাৰ দেখিলে। পিচলৈ লাহে লাহে নিজৰ সংযত কৰাৰ চেষ্টা কৰিলে। সংযত কিন্তু হ'ব নোৱাৰিলে। কামক্লিষ্ট শিৱসিংহৰ সেই কদাকাৰ ৰূপ, অক্ষম পুৰুষৰ কাম-তৃপ্তিৰ সেই ঘৃণনীয় আৰু নিলজ্জ কুৎসিত প্ৰক্ৰিয়া, ইমান আগ্ৰহেৰে জীৱনস্বৰূপ কৰি ৰক্ষা কৰা সতীত্ব নষ্ট হোৱাৰ মানসিক তীব্ৰ বেদনা, সকলোবোৰে ফুলেশ্বৰীক বলিয়া কৰি পেলালে। ফুলেশ্বৰীয়ে মানসিক সুস্থতা হেৰুৱাই পেলালে। আৰু পলম কৰিব নোৱাৰি। অসহ্য। গা নোধোৱাকৈ আউল-বাউল চুলিৰে বিদ্ৰোহিনীৰ দৰে পালেঙীখাটৰ ওপৰত বহি, তীক্ষ্ণ দৃষ্টিৰে দূৰলৈ চাই থাকি চতুৰ্থ দিনা পুৱা ফুলেশ্বৰীয়ে আদেশ দিলে, ককায়েক হৰিনাথক—হৰিনাথ বৰপাত্ৰ গোহাঁইক—তুৰন্তে মাতি আনিব লাগে। হৰিনাথ আহিল। সকলো লিগিৰীক বাহিৰলৈ উলিয়াই পঠিয়াই অজস্ৰ গালি পাৰিলে ককায়েকক: কাপুৰুষ, ডাঙৰীয়া হ'বলৈ পাই ভনীয়েৰক বিশ্বাসঘাতকতা কৰা জঘন্য চৰিত্ৰ, আদি মুখত অহা সকলো গালি শেষ কৰিলে ফুলেশ্বৰীয়ে। ককায়েকৰো খং উঠিল। ক'লে:

"আজি আঠ বছৰেই বৰৰজা হৈ দেশ শাসন কৰিলি। তোৰ তথাপি জ্ঞান নহ'ল। এই বলিয়ালি কোনোবা ৰাণীয়ে কৰে নে?"

"বলিয়ালি ? কথা দি কথা ৰাখিব নোৱাৰা কাপুৰুষ এটাই মোক কথা শিকাবলৈ আহিছাঁ, লাজ লগা নাই ? মোৰ জুহত ৰজাঘৰত ডাঙৰীয়া হ'লা, ৰজাৰ ঘৰে থাকিবলৈ পালা, আৰু তোমাক কি লাগিছে। ইমান দিনৰ আগতে মই যে এটা সাধাৰণ কাম তোমাক কৰিবলৈ দিলোঁ, লোকক কৈ দিবলৈ মাথোঁ ব'লোঁ, সেই সাধাৰণ কামটোকে আজিও কৰিব নোৱাৰিলা শুনা, তিনি মাহ সময় দিলোঁ। ইয়াৰ ভিতৰতে কিবা এটা কৰিব নোৱাৰিলে সকলো ব্যৱস্থা মই কৰিম। যোৱাঁ, তুৰন্তে মোৰ আগৰপৰা আঁতৰি যোৱাঁ।"

ফিৰিঙতি ওফৰাদি উফৰি আঁতৰি গ'ল হৰিনাথ।

# ॥ পাঁচ ॥

ৰৰবজা দেৱী প্ৰমথেশ্বৰীৰ আজ্ঞানুসাৰে বেজবৰুৱা আহি হাজিৰ হ'লহি। অপ্ৰাসংগিক লৰালৰিত ৰাজযোগ্য অভিবাদন জনাবলৈ পাহৰি বেজবৰুৱাই ৰাণীৰ আগত থিয় হৈয়ে কিবা এটা সুধিব খুজিছিল। মুখ মেলোঁতে-নোমেলোঁতেই ৰাণীৰ ইংগিতত ঘাই লিগিৰীয়ে বেজবৰুৱাক ৰাণীৰ আগৰপৰা আঁতৰাই মাতি নিলে। তাৰ পাচত ৰাণীৰ ওচৰৰপৰা যোৱা আন এজনী লিগিৰীৰ সৈতে ফুচ্ ফুচাই কথা পাতি ঘাই-লিগিৰীয়ে বেজবৰুৱাক ক'লে যে যথাযোগ্য ৰাজকীয় অভিবাদন নজনোৱাকৈ কথা আৰম্ভ কৰিলে ৰবৰজা কুপিতা হয়। ঘাই-লিগিৰীৰ পৰামৰ্শানুসাৰে বেজবৰুৱা পুনৰ ৰবৰজাৰ আগলৈ আহিল আৰু মূৰ দোঁৱাই ৰাণীৰ আদেশৰ কাৰণে অপেক্ষা কৰিলে।

বুদ্ধিদীপ্ত এটি হাঁহি মাৰি ৰবৰজা ফুলেশ্বৰীয়ে বেজবৰুৱাক ক'লে :

"আসন গ্ৰহণ কৰক বেজবৰুৱা ডাঙৰীয়া। আপুনি প্ৰমথবাৰ সোমাই আহি পোনে পোনে মোৰ কাষত থিয় হোৱা দেখি ভাবিছিলোঁ, আপুনি ভুলতে কোনোবা গুপুত প্ৰিয়াৰ সন্ধানত আহি মোৰ ওচৰ পাইছেহি নেকি।" তেওঁ কোৱা কথাই বেজবৰুৱাৰ মনত কেনে প্ৰতিক্ৰিয়া কৰে, ফুলমতীয়ে তীক্ষ্ণ দৃষ্টিৰে চাই থাকিল। অপ্ৰস্তুত বেজবৰুৱাই কি উত্তৰ দিব তাকে ভাবি গোঁফ কঁপাওঁতেই ফুলমতীয়ে ক'লে, "আপুনি কিবা এটাৰ কাৰণে কিবা ভুল হ'ল বুলি কৈ ক্ষমা খুজিব বুলি জানো। কাৰণ আপোনাৰ গোঁফৰ কঁপনিত মনৰ কঁপনি ধৰা পৰিছে। নহ'লে, প্ৰতিবাদ কৰিবলৈ সাহ কৰা হ'লে আপোনাৰ হাতৰ মুঠি কঁপিলহেঁতেন। বেজবৰুৱা, কোনো দুৰ্বল ঔষধেই টান বেমাৰ ভাল কৰিব নোৱাৰে। ঔষধ, সন্মান, শাসন, জীৱন, মৰণ আৰু যৌৱন—একোতে মই দুৰ্বলতা সহ্য কৰিব নোৱাৰোঁ।" অতিশয় গাম্ভীৰ্য্যৰে কৈ বেজবৰুৱাক হতভম্ব কৰি হঠাতে পাতলকৈ হাঁহি ফুলমতীয়ে লিগিৰীহঁতক মৰমেৰে ক'লে, "তহঁত অলপ যাচোন।" মুখত হাঁহিৰ প্ৰথমা লৈ বেজবৰুৱাক অকলে পালেঙীখাটত বহি থকা ৰাণীৰ আগত এৰি লিগিৰীহঁত গুচি গ'ল।

খন্তেক নিস্তব্ধ।

বেজবৰুৱা খণ্ডত জলিছে। তেওঁ বহুতৰ মুখে শুনি আহিছে, এই নটৰ জীয়েক ৰবৰজা হোৱাৰেপৰা তাইৰ মন্নমতালি দিনে দিনে বাঢ়ি গৈছে, কাকো মান নকৰা হৈছে। ডা-ডাঙৰীয়া আৰু আন সন্মানিতসকলক সাধাৰণ লিগিৰী-চাউডাঙৰ আগত লঘু কৰি সক জাতীয় মানুহক ওপৰলৈ তোলাটো তাই ধেমালি হিচাপে লৈছে। কিন্তু মুখেৰে একো মতাৰ উপায় নাই। গড়্ ৰজাটোৰ আগত ৰাণীৰ বিপক্ষে "ক" বুলিবও নোৱাৰি। কেৱল ৰূপেই মানুহক মানুহ নকৰে, বংশ-শিক্ষা-জাত আদিও লগতে লাগে। কিন্তু এইৰ এয়া ৰূপ নহয়—জুই। এনেকুৱা ৰূপ···

হেলাৰঙে সুধিলে ফুলমতীয়ে: "কি বেজবৰুৱা ? ভাবিছে চাগৈ, ভাল এই মটীৰমীক ৰজা পাতিলেছি, গুৰু-গোসাঁয়ো মমনা হ'ল। ইমান যদি বেয়া পাইছে, বিদ্ৰোহ নকৰে কেলেই ? আপোনালোক শক্তিশালী মানুহে দেখোন ইচ্ছা কৰিলে এই ৰাজষক ৰজাই খন্দা পুখুৰীতে ডুবাই মাৰি নতুন ৰজা পাতিব পাৰে। কওক কৰে যদি তাকে, ময়ো সহায় কৰি দিম।"—ফুলমতীৰ ধৈৰ্য্য আজি কিছুদিনৰপৰা নাই। তেওঁ ঠিক বুজিছে, ককায়েক হৰিয়ে ৰজা-ভঙাৰ বিদ্ৰোহৰ অগনি জলাব নোৱাৰে। মোৱামৰীয়াই সাহ-পিত হেৰুৱালে। এতিয়া নিজেও তেওঁ ৰাজ-কাৰেঙৰ বাহিৰলৈ গৈ মানুহক বুজাই ফুৰিব নোৱাৰে। সেই সুবিধা তেওঁৰ নাই। সেয়ে, বিপদ আছে বুলি জানিও, আজি কিছুদিনৰপৰা ৰাজকাৰেঙতে লগ পোৱা মানুহবোৰৰ মনৰ বুজ লৈছে।

ফুলমতীৰ কথা শুনি বেজবৰুৱাই আৰু-বেছি ভয় খালে। এইবাৰ তেওঁক বিপদত পেলোৱাৰ ফান্দ পাতিছে মহাৰাণীয়ে। কাওঁৰাওঁ কৰি বেজবৰুৱাই ক'লে:

"মোক কেলেই অপমান কৰিছে ৰাজৰাণী! স্বৰ্গদেৱৰ নিমখ খাইছোঁ। হাড়ত বন নগজালৈকে স্বৰ্গদেৱৰ গুণ গাম। মোৰ যি অপৰাধ হৈছে ক্ষমা কৰিব মহাৰাণী।"

"বাৰু বেজবৰুৱা, মই দেখিবলৈ ধুনীয়া নে ?"

"মহাৰাণী, এনে ৰূপ ভূ-ভাৰতত আৰু নাই।"

অসংযতভাৱে হাঁহি দিলে ফুলমতীয়ে। কথাকিটা কওঁতে বেজবৰুৱাৰ প্ৰৌঢ় চকুত জিলিকি পৰা লোভৰ ৰস ফুলমতীৰ চকুত পৰিছিল। হঠাতে বুদ্ধি কৰি ফুলমতীয়ে গুপ্ত কথা ক'বলৈ চোৱাদি চাৰিওফালে চাই লৈ সৰুকৈ ক'লে:

"বেজবৰুৱা, বেয়া নেপাব আপুনি· "—এইবুলি পুনৰ দুৱাৰমুখলৈ চাই দুৱাৰ-ৰখীয়া লিগিৰীক মাতি ক'লে, "লিগিৰী, মই অসুস্থ, বেজবৰুৱাই পৰীক্ষা কৰিছে। এই সময়ত যেন কোনো ইয়ালৈ নাহে।" পিচলৈ খোজ দি আজ্ঞাবাহী লিগিৰী ওলাই যোৱাৰ পাচত ফুলমতীয়ে খুব সহজভাৱে হাঁহি, অকণমান বেজবৰুৱাৰ ওচৰ চাপি, সুধিলে:

"আপুনি দুখ পাবলগীয়া কথা কেতিয়াবা মই কৈছোঁ নে বাৰু ?"

"শ্ৰীদুৰ্গা, কিয় ক'ব আপুনি ?"

"আজি ?"

"দোষ ধৰিলেও ধৰক মহাৰাণী, আজি অলপ আঘাত পালোঁ। হয়তো মোৰে বুজাত ভুল।"

"আপোনাৰ বুজাত ভুল নহয় বেজবৰুৱা; আপুনি অমায়িকতা দেখুৱাৰ নালাগে। ভয়ো কৰিব নালাগে।" এইবুলি আৰু-অলপ বেজবৰুৱাৰ ফালে আগুৱাই আহি ফুলমতীয়ে ক'লে, "শুনক, এই লিগিৰীইতে শুনাকৈ আপোনাক অলপ দুখ দিয়া কথা কলোঁ। তাৰ কাৰণ আছে। কেইজনমান যুৱত গোবৰ ধৰা ডাঙৰীয়াক এদিন তিৰস্কাৰ কৰি কৈছিলোঁ—শাসন-কাৰ্য্যত সিইতক ৰখাতকৈ আপুনি আৰু পুজাৰীৰ

নিচিনা ব্ৰাহ্মণ বধা ভাল। তাতে সিহঁতে আঘাত পাই কৈ ফুৰিছে মই গোপনে আপোনাৰ লৈতে ·। সেয়ে বেজবৰুৱা, লিগিৰীহঁতে শুনাকৈ আপোনাক সামান্ত তিৰস্কাৰ কৰিলোঁ। নহ'লে এই কথা আহি ৰজাৰ কাণত পৰিলে মোৰ লগতে আপোনাৰো বিপদ।···বাৰু, সেইবোৰ কথা যাওক। এতিয়া বিশেষ বিটো কাৰণে মাতিছোঁ, কওঁ। মই অসুস্থ। কি হৈছে ক'ব নোৱাৰোঁ। একোকে ভাল নলগা হৈছে। খাব-শুবৰো মন নাযায়—। আপুনি এবাৰ পৰীক্ষা কৰি ব্যৱস্থা দিব লাগে।" এটি সুন্দৰ হাঁহি ফুটাই ফুলমতীয়ে ক'লে, "অলপ আগতে উঠা খংটোৰ কাৰণে বিহ নিদিব আকৌ। জানেইতো মই গাঁৱলীয়া ছোৱালী···"

"মহাৰাণী, আপোনাৰ নিচিনা বুদ্ধিমতী আৰু নিকা মনৰ দেৱী কেতিয়াও সাধাৰণ নাৰী নহয়। আপুনি মোক লাজ নিদিব। আপুনি সদায় মহাৰাণী হৈ থাকক—তাকে হে আশা কৰোঁ।"

"তেন্তে বেজবৰুৱা, মোৰ অসুখটো চাওক এইবাৰ।"

সাধাৰণতে প্ৰথমে ৰাণীৰ অনুমতি লৈহে বেজবৰুৱাই হাতৰ নাড়ী চায়। আজি তেনে কৰিবৰ কাৰণে ৰ'বলগীয়া নহ'ল বেজবৰুৱা। ফুলেশ্বৰীয়ে অলসভাৱে পালেঙীখাটত হালি পৰি বেজবৰুৱাৰ ফালে হাতখন মেলি দিলে। বেজবৰুৱাই জানে, ফুলমতীৰ হাতত হাত লাগিলে এই বয়সতো বেজবৰুৱাই কিবা অস্বস্তি অনুভৱ কৰে। কিন্তু সেই কথা ফুলেশ্বৰীয়েও জানে বুলি বেজবৰুৱাই নাজানে। নাড়ীৰপৰা খন্তেকতে হাত এৰি বেজবৰুৱাই ক'লে :

"মানসিক উত্তেজনাৰ কাৰণে আপুনি অলপ অস্বস্তি অনুভৱ কৰিছে। নিদ্ৰাৰ ঔষধ দিম। মূৰ শীতল ৰাখিবৰ কাৰণে কিছু হিমসাগৰ পঠিয়াম। ভাল পাব।"

নিজৰ মূৰত হাত দি ফুলেশ্বৰীয়ে ক'লে, "মূৰটো সঁচাকৈ গৰম নেকি? চাওকচোন।"

বেজবৰুৱাই আলাসতে ছুই চাই ক'লে, "হয় মহাৰাণী। আপুনি চিন্তা নকৰিব। দুই-এদিনতে ভাল হৈ যাব।"

"মোৰ যে এইখিনিতে এটা বিষ হয় বেজবৰুৱা।" ফুলমতীয়ে নাভিৰ ঠিক ওপৰতে নিজৰ আঙুলিৰে দেখুৱালে। "এয়া, এইখিনিতে কিবা এটা গোটা হৈ থকা পাইছোঁ। চাওকচোন।"

বেজবৰুৱা বিমোৰত পৰিল। দেহৰ সেই অংশত, ৰৰকুঁৱৰীৰ দেহৰ সেই অংশত হাত দিব? কঁপা হাতেৰে বেজবৰুৱাই ছুই চালে—এটা আঙুলিৰে।

ফুলমতীয়ে হঠাৎ নিজৰ হাতৰ আঙুলি এটাৰে বেজবৰুৱাৰ আঙুলিটো তেওঁৰ পেটৰ ওপৰত চেপি ধৰি ক'লে—"এতিয়া যদি বেজবৰুৱা ৰজাক মাতি আনি দেখুৱাওঁ আপুনি কি কৰিছে?"

ভয়ত বেজবৰুৱাৰ সৰ্বাংগ কঁপিল। মুখেৰে একো কথা ক'ব নোৱাৰিলে। আনকি নিজৰ আঙুলিটো আঁতৰাই আনিবলৈও পাহৰিলে। ফুলেশ্বৰীয়ে নিজৰ

হাতেৰে বেজবৰুৱাৰ আঙুলিটো আঁতৰাই দিলে। জ্ঞান পাই বেজবৰুৱাই ৰাণীৰ প্ৰায় ভৰিত ধৰা যেনকৈ কাকুতি কৰি ক'লে,

"মোক প্ৰাণ দান দিয়ক কৰুণাময়ী।"

"বেজবৰুৱা, ইমান ভয় খায় কিয়? আৰু ভয়েই যদি থাকে, তেন্তে মনটোক দুঃসাহসৰ কল্পনা কৰিবলৈ নিদিব। মোক বিশ্বাস কৰিব পাৰে আপুনি। ভয় নাই। কিন্তু, তাৰ বিনিময়ত আপুনিও মোক বিশ্বাস কৰি দুই-এটা কথা ক'ব লাগিব।"

"আপোনাৰ কাৰণে মই সকলো কৰিম।"

"একো বিশেষ কৰিব নালাগে বেজবৰুৱা। মাত্ৰ কওকচোন, পুৰুষৰ এনে কিবা বেমাৰ আছে নে, যি বেমাৰ হ'লে তেওঁৰ ল'ৰা-ছোৱালী বিকলাংগ হৈ ওপজে।"

"আছে মহাৰাণী।"

"কি নাম?"

অলপ ইতস্ততঃ কৰি, "উপদংশ।"

"সেই বেমাৰৰ লক্ষণ কি?"

"বহুত লক্ষণ। কিছুমান ক্ষেত্ৰত ঘা আদি হয় কাৰণে সহজে বুজিব পাৰি। কিন্তু সাধাৰণতে বহুত ক্ষেত্ৰত বাহ্যিক বিশেষ লক্ষণ একো দেখা নাযায়।"

"তেতিয়া কি কৰে?"

"তেতিয়াও আমি বুজিব পাৰোঁ অৱশ্যে।"

"কেনেকৈ কওকচোন।"

"ৰোগীৰ চুলি শুকান হয়, ভয়াতুৰ হয়, খিংখিঙীয়া হয়, যৌনশক্তি"... বুলি কৈ বেজবৰুৱা ভয়ত বৈ যায়।

"নিৰ্ভয়ে কৈ যাওক।"

"যৌনশক্তি হ্ৰাস হয়, কিন্তু সেই অক্ষমতাৰ কাৰণে বিকৃতি ঘটি নাৰী-সংসৰ্গ আৰু বিকৃত সম্ভোগৰ লোভ বেছি হয়।"

"অন্য কোনো বিশেষ লক্ষণ—যেনে, জ্বৰ, কাহ আদি নহয় নে?"

"ওহোঁ। কিন্তু মই কোৱা লক্ষণবিলাকৰ লগতে নাড়ী বুজি, আৰু, লগতে এটিমান বিকলাংগ শিশুৰ বাপেক হ'লে আমি সেই ৰোগ চিনি লওঁ।"

"কিমান দিনৰ ভিতৰত মৰে?"

"এই ৰোগত নমৰে বুলিয়েই ক'ব পাৰি। এজোটা ৰোগী ২০।২৫ বছৰ বা ওবে জীৱন নিৰোগী মানুহৰ দৰেই থাকি যায়। কেৱল তেনে ৰোগীৰ সন্তান হ'লে বিকলাংগ বা মৃত হয় আৰু ওবে জীৱনে ভুগি পাচত ক্ৰমাৎ দৃষ্টিশক্তি হীন হোৱা আদি লক্ষণে দেখা দিয়ে, আৰু, কেতিয়াবা মূৰৰ বিকাৰ হৈ মৃত্যুমুখত পৰে।"

"চিকিৎসা কৰিলে ভাল হয়?"

"আয়ুৰ্বেদ শাস্ত্ৰত নিদান আছে। কিন্তু যুগে যুগে দ্ৰব্যৰ গুণাগুণ বঢ়া-টুটাৰ কাৰণেই হয়তো এটাও ৰোগী ভাল কৰিব পৰা নাই।"

"কিয় হয় এই ৰোগ ?"

"বহু স্ত্ৰীৰ সংসৰ্গ হেতু বা কোনোবা এই ৰোগৰ ৰোগিনীৰ লগত সংসৰ্গৰ হেতু বা পুৰুষানুক্ৰমে।"

"বাৰু, বেজবৰুৱা, এইবাৰ কওক, মোৰ আগৰ বৰকুঁৱৰীৰ যে সন্তানটো বিকলাংগ আৰু মৃত হৈ উপজিছিল—কিয় বাৰু ?"

"কোনে ক'লে আপোনাক ?"

"বেজবৰুৱা, ৰাণীক প্ৰশ্ন কৰা অপৰাধ। যি হওক, যি কোনো গকৰেও সুধিব ৬।৭ বছৰে ৰাণীৰ সন্তান নাছিল কিয়। আৰু ৰাজকাৰেঙৰ লিগিৰীহঁতক সুধিলেই ক'ব, এটি অকাল কুষ্মাণ্ড মৃত অৱস্থাত উপজিছিল বুলি। এতিয়া কওক, আপুনি কোৱা উপদংশৰ বাহিৰে আন কি ৰোগত এনে সন্তান উপজিব পাৰে ?"

"বহুতেই হ'ব পাৰে।"

"যেনে ?"

"হয়তো অকালতে জন্ম হ'ল ?"

"কিন্তু আপুনিতো জানে পূৰা দহ মাহ, দহ দিনৰ পিচত ঠিক সময়ত ওপজা বুলি। বেজবৰুৱা, আপুনি সৈ কাঢ়িব নালাগে। কিন্তু কওক—উপদংশ ৰোগেই এটাইতকৈ বেছি সম্ভৱপৰ কাৰণ। নহয় জানো ?"

কম্পিত স্বৰেৰে বেজবৰুৱাই সমৰ্থন কৰিলে।

"বেজবৰুৱা, আপুনি যাব পাৰে। এই ৰোগৰ বিষয়ে যিবোৰ কথা আপোনাক সুধিলোঁ, সেই বিষয়ে তৃতীয় প্ৰাণীক নক'লেই মই ভাল পাম। আপোনাক এতিয়ালৈকে বিপদত পেলোৱা নাই, কাৰণ আপোনাক মোৰ ভাল লাগে। আশাকৰোঁ আপুনি বিশ্বাস ৰক্ষা কৰিব।"

বেজবৰুৱা গ'ল। ফুলমতীয়ে এটা স্বস্তিৰ নিশ্বাস পেলালে। ৰাজকীয় আদেশ দিলে, বেজবৰুৱাই কাৰ লগত কি কথা পাতে প্ৰতিদিনে চোৰাংচোৱা-পৰীয়া আহি তেওঁক জনাবলৈ। কিন্তু, তেওঁ ভালকৈ জানে, বেজবৰুৱাই কেনোদিনে তেওঁৰ বিপদ হ'ব পৰা একো নকয়। বেজবৰুৱাই সদায় আশাৰে অপেক্ষা কৰি থাকিব—কিবা উপায়ে কেতিয়াবা ৰাণীৰ অনুগ্ৰহ পোৱাৰ আশাত—ফুলমতীৰ সৌন্দৰ্য্য সামান্যতম উপভোগৰ আশাত। সেই আশা জীয়াই থকাৰ সাৰ-জাবৰ ফুলমতীয়ে নিজে দিছে।

ফুলমতীয়ে ঘিণত হাঁহিলে।

॥ ছয় ॥

"বৰ কাণ্ডবাণ্ড কৰি ফুৰিছে পূজাৰীবোৰে। মহাৰাণী, সিহঁতক শাস্তি দিব লাগে"—ৰূপচন্দ্ৰ বৰবৰুৱাই আহি আঁঠু লৈ ৰাণী ফুলেশ্বৰীক নিবেদন কৰিলে।

"বাৰু কওকচোন, মানুহে এতিয়া বুজিছে নে যে দেৱতাক ৰক্ষা কৰাৰ শক্তি হেৰুউৱা দুৰ্বল মানুহৰ দেৱতাৰ থাপনাত দেৱত্ব নাথাকে, বুজিছে নে যে দেৱতাই দেৱত্ব পায় শক্তিশালী মানুহৰ আশ্ৰয়ত থাকিলে হে?"

"ৰাজৰাণী, সিমানখিনি বুজাৰ ক্ষমতা সিহঁতৰ নাই।"

"বিশেষতো বুজিবলগীয়া কথা এইটো নহয়। অতি সাধাৰণ কথা। সিহঁতে কৈছিল সিহঁতৰ পূজা চলি থাকিলেই হ'ল। দেৱতাই সিহঁতক ৰক্ষা কৰিব। তাৰ পাচত সিহঁতৰ সেই দেৱতাকে মাটিৰ চপৰাৰ দৰে নদীত পেলাই দিয়া হ'ল। সিহঁতে দেৱতাৰ নামত মোক শাও দিলে। কিন্তু সেই শাও মোৰ গাত নালাগিল। এই কথা বুজিবলৈ আৰু কি জ্ঞানৰ প্ৰয়োজন? অতি সহজ কথা দেখোন?"

"তথাপি ৰাজৰাণী, মূৰ্খ ৰাইজ। এইবাৰলৈ দোষ ক্ষমা কৰি কিবা এটা ব্যৱস্থা দিয়ক।"

"মানুহবোৰে নো কি কৈছে?"

"কৈছে ৰজাঘৰৰ অত্যাচাৰ বুলি।"

"সিমানখিনিয়েই যদি সাহ গৰুহঁতৰ, বিদ্ৰোহ নকৰে কেলেই সিহঁতে? একগোট হৈ বিদ্ৰোহ কৰিলে দেখোন মোৰ শাসনেই উৰি যায়।"

"সিমান শক্তি নাই সিহঁতৰ।"

"তেন্তে সিহঁতো দেৱতাৰ লগতে ব্ৰহ্মপুত্ৰত পৰি নমৰে কেলেই? কোনে বাধা দিছে?"—ফুলেশ্বৰীৰ খং বেছি হে হয়।

"মোৰ অনুৰোধ ৰাজৰাণী, মোক আপুনি জানে। আন পাত্ৰ-মন্ত্ৰীসৱেও কয়—দেৱভক্ত ৰাইজৰ মূৰ্খামিক এবাৰলৈ ক্ষমা কৰিব লাগে।"

খন্তেক ভাবিলে ফুলেশ্বৰী কুঁৱৰীয়ে। তাৰ পাচত ক'লে, "বাৰু, সিহঁতক শিলৰ নাইবা পিতলৰ মূৰ্তি সাজি দিয়ক। তাকে পূজা কৰক সিহঁতে। তাৰ বাহিৰে আৰু কি উপায় দিম? পেলোৱা মূৰ্তিবোৰতো আৰু লুইতৰ বুকুৰপৰা মই আনি দিব নোৱাৰোঁ।"

প্ৰসন্ন মনেৰে বৰবৰুৱা গুচি গ'ল। ফুলেশ্বৰীয়ে এক হতাশাৰ হুমুনিয়াহ কাঢ়িলে। যিটো জাতিয়ে সকলো অত্যাচাৰ সহিবলৈকে শিকিলে, সেইটো জাতিয়ে কি বিদ্ৰোহ কৰিব?

আজি কিছুদিনৰ আগৰ কথা। ফুলেশ্বৰী কুঁৱৰী ওৰফে বৰৰজাই দেশত জনাই দিছিল যে স্থানীয় মঠ-মন্দিৰক কেন্দ্ৰ কৰি ৰাইজ একগোট হৈ থাকিব লাগে। প্ৰত্যেকে বেলেগে বেলেগে আহি ৰজাক গোচৰ কৰা অসুবিধা। কিন্তু এইদৰে

একগোট হৈ থাকিলে মঠ-মন্দিৰৰ পূজাৰী বা সেইগোট মানুহৰ বয়োবৃদ্ধজন আহি ৰজাৰ আগত নিজৰ অভিযোগ ৰাইজৰ হৈ দাঙি ধৰিবহি পাৰে। প্ৰত্যেকেই ৰজাৰ ওচৰলৈ আহিবলৈ সাহো নকৰে, সুবিধাও নাপায়। গতিকে এনেকুৱাকৈ গোট বান্ধিলে ৰাইজৰে সুবিধা হ'ব। ফুলেশ্বৰীৰ উদ্দেশ্য আছিল ৰাইজ দল বান্ধি থাকিলে ৰাজকীয় অত্যাচাৰৰ বিৰুদ্ধে মূৰ দাঙিবলৈ সাহ কৰিব। কিন্তু মন্দিৰৰ পূজাৰীসকলে সেই কাম নিবিচাৰিলে। তেওঁলোকে ক'লে, ৰজাই শাসন কৰিব, আৰু আমি দেৱ পূজা কৰিম। দেৱতা সন্তুষ্ট থাকিলে ৰাইজ-ৰজাৰ অমঙ্গল হ'ব নোৱাৰে। বিপদে-আপদে ৰজাৰ কাষলৈ যোৱাতকৈ দেৱতাৰ ওচৰত আত্মসমৰ্পণ কৰিলে সহজে ফল পোৱা যাব। পূজাৰীসকলৰ এনে মন্তব্য শুনি ৰাইজ মনে মনে থাকিল। চোৰাংচোৱাৰ মুখে এনে খবৰ পাই ফুলমতী জ্বলি উঠিল। দেৱতাই ৰক্ষা কৰিব? কোন তইঁতৰ দেৱতা? সমবেত শক্তিতকৈ তইঁতৰ দেৱতা ডাঙৰ। সোণাৰীজাণত বাহৰ কৰিলেগৈ ফুলেশ্বৰী কুঁৱৰীয়ে, লগত ৰজাক লৈ। আদেশ দিলে, "সকলো দেৱালয়ৰ বিগ্ৰহ গোটাই আনিব লাগে। দেৱতাৰ শক্তি মই দেখুৱাই দিম।" সকলো দেৱালয়ৰপৰা বিগ্ৰহ অনা হ'ল। ৰাণী ফুলেশ্বৰীয়ে নিজে আগতে থাকি সেইবোৰ দেৱতাৰ মূৰ্তি নদীত পেলাই দিয়ালে। দেৱভক্ত পূজাৰীবিলাক স্তব্ধ হৈ বৈ থাকিল।

এই উপলক্ষ্যকে লৈ সামান্যকৈ হ'লেও ৰাইজ বিদ্ৰোহী হৈ উঠিব বুলি ভাবিছিল তেওঁ। কিন্তু ফুলেশ্বৰী হতাশ হ'ল।

মানুহ কেতিয়া জাগি উঠে? নে আমাৰ দেশৰ মানুহে কেৱল সহিবলৈ হে শিকিছে? যি ধৰ্মৰ নামত ইমান চিঞৰ-বাখৰ, সেই ধৰ্ম ৰক্ষা কৰিবলৈ কোনো ধাৰ্মিক মৰোঁ-জীওঁকৈ ওলাই নাহিল কিয়?—ফুলেশ্বৰীৰ বুদ্ধিয়ে এইবোৰ প্ৰশ্নৰ উত্তৰ বিচাৰি নাপালে। কিন্তু তথাপি জিৰণি নাই। মানুহক বিদ্ৰোহী কৰাবই লাগিব; ফুলেশ্বৰীৰ স্বাৰ্থ আছে, গৌৰীনাথৰ নামত শপত খোৱা আছে, নিজৰ এই বিনা দোষত নৰক-যন্ত্ৰণাৰ প্ৰতিশোধ লোৱাৰ প্ৰতিজ্ঞা আছে। ধৰ্ম ফুলেশ্বৰীয়ে নাজানে। কিন্তু অত্যাচাৰৰ অৱসান ঘটোৱাটো এক বিশেষ মানৱীয় ধৰ্ম বুলি ফুলেশ্বৰীয়ে বিশ্বাস কৰে। হয়তো নিজ স্বাৰ্থতে তাৰ জন্ম; সেই স্বাৰ্থই গৈ সকলো গৌৰীনাথ, সকলো ফুলমতীক নিৰাপদ কৰিবৰ কাৰণে কৰা বিৰাট আদৰ্শত পৰিণত হৈছে। ৰাইজৰ বিচাৰ চলিব, ফুলবোৰ নিৰাপদ হ'ব,—ফুলেশ্বৰীৰ এই সপোন মৃত্যুৰ কাললৈকে কোনেও ভাঙিব নোৱাৰিলে।

|| সাত ||

"শুনা ককাইদেউ, এই নৰকত আহি বাস কৰা মোৰ আঠ বছৰ হ'ল। বহুত দিন আগেয়ে মই মৰি যাব লাগিছিল। একমাত্ৰ জীয়াই থাকিলোঁ তোমাৰ কথাত বিশ্বাস কৰি। ভাবিছিলোঁ, নিজ চকুৰে চাই যাম এই নৰককুণ্ড ৰাজকাৰেং প্ৰজাৰ হাতত জুইৰে জ্বলি-পুৰি শেষ হোৱা। কিন্তু এতিয়া মোৰ সন্দেহ হৈছে। আঠ বছৰেও যদি মোৱামৰীয়া মহন্ত আৰু মৰাণসকল সাজু হ'ব নোৱাৰিলে, তেন্তে কেতিয়াও নোৱাৰে। ৰাজ-কাৰেঙৰ ভিতৰতে থাকি মই এজনী মানুহে অকলে সকলো দিহা-পোহা কৰি ৰাখিছোঁ। অথচ বাহিৰত থাকি ইমানবোৰ মানুহে এই সুবিধা গ্ৰহণ কৰি ৰাজ-অত্যাচাৰৰ সামৰণি পেলাবলৈ আগবাঢ়ি অহা নাই। হয়তো মহন্তৰ মুখত হে বৰ কথা। আচলতে চাটৈগ সাহেই নাই। যি হওক, মই ভাবি ঠিক কৰিছোঁ—ৰাজকাৰেঙত দুৰ্গাপূজা পাতিম। মহন্তসকলকো মাতিম। তেওঁলোকক সাজু হৈ আহিবলৈ তুমি গুপুতে খবৰ দিয়া। মই ইতিমধ্যে পূজাৰ দিনা ৰজাৰ সকলো সৈন্য-সামন্ত দূৰত ৰখাৰ ব্যৱস্থা কৰিম। পূজাৰ দিনা কাৰেং পহৰা দিব নালাগে বুলি ক'ম। মহন্তসকল দলে-বলে আহিব। ক'বা, মই যেতিয়া পূজামণ্ডপলৈ গৈ দেৱীক সেৱা কৰিম, ঠিক তেতিয়াই যেন ৰজাঘৰীয়া মানুহৰ ওপৰত জঁপিয়াই পৰে। সকলো পূজা-মণ্ডপতে থাকিব—অস্ত্ৰ-শস্ত্ৰ নোলোৱাকৈ। ৰাজকাৰেঙত বিশেষ কোনো নাথাকিব। তুমি সকলো ঠিক-ঠাক কৰা। মহন্তসকল যেন দলবলে আহে।"

"তই এইবোৰ কি কৈছ? পাৰিবি জানো?"

"মই যি কওঁ, ভালকৈ ভাবি-চিন্তিয়েই কওঁ। যোৱাঁ।"

ককায়েকৰ ওপৰতো সন্দেহ হৈছিল ফুলেশ্বৰীৰ। সেই সন্দেহৰ কাৰণে খং উঠি আছিল। বেছি কথা ক'ব নোৱাৰিলে ফুলেশ্বৰীয়ে। খঙতে কিন্তু ক'ব খুজিছিল, ককায়েকে পলম কৰা কাৰণেই আজি ফুলেশ্বৰীৰ পেটত ছমহীয়া এটা অবাঞ্ছিত সন্তান। কিন্তু কি হ'ব কৈ? সি হয়তো আনন্দই পাব তাৰ ভনীয়েকৰ ল'ৰা ভৱিষ্যতে ৰজা হ'ব বুলি!

সেই নিশা হৰিনাথে গৈ মাকক সকলো কথা ক'লেগৈ। আৰু মাকক সুধিলে, ৰজাক এই বিষয়ে কৈ দিয়া ভাল হ'ব নেকি? যেনেহ'লেও তেওঁ এতিয়া ৰজাৰ মন্ত্ৰী; ৰাজকাৰেঙৰ ভিতৰত হোৱা ষড়যন্ত্ৰৰ কথা তেওঁ গম পাইছে যেতিয়া ৰজাক জনোৱা উচিত নহ'ব জানো! মাকে বহুত বুজালে হৰিনাথক। ক'লে, ফুল পাগলী ছোৱালী; তাই সেইবোৰ নকৰে। দুৰ্গাপূজা পাতে যদি পাতক। মহন্তকো মাতক, আমি একো নক'লেই হ'ল। মহন্ত আহিব, পূজা চাব, গুচি যাব, লেঠা মৰিব। তাই হয়তো পিচত দুআৰাৰ টান কথা শুনাব পাৰে। শুনালেই যেনিবা। ভনীয়েকে দুআৰাৰ টান কথা ক'লে ককায়েকৰ মান নাযায়। তাতে মহাৰাণী ভনীয়েৰ।

মাকৰ বুজনি শুনি হৰিনাথ মনে মনে থাকিল। কিন্তু মনে মনে থাকিব নোৱাৰিলে ফুলেশ্বৰী কুঁৱৰী।

আঠ বছৰ ৰাজকাৰেণ্ডত কটোৱা জীৱনটো ভাবি চাবলৈ আৰম্ভ কৰিলে ফুলেশ্বৰীয়ে। এবছৰ নহয়, দুবছৰ নহয়, এটা এটাকৈ আঠোটা বছৰ গুচি গ'ল। কোনফালে গ'ল ফুলেশ্বৰীয়ে নাজানে। নিজক ৰক্ষাৰ কাৰণে, ডা-ডাঙৰীয়াৰ ভেম আৰু ৰজাঘৰৰ এলাহ্নু ধৰা নীতি ধ্বংস কৰাৰ কাৰণে নিজকে অনবৰত ব্যস্ত কৰি ৰাখোঁতে ফুলেশ্বৰীয়ে পাহৰি গৈছিল সময়ৰ গতি। আশাৰ পিচে পিচে দৌৰি জীৱন শেষ হৈ যোৱা মানুহে মৰণৰ সময়ত আক্ষেপ নকৰে জানো—জীৱনত একো নহ'ল বুলি। সেই আক্ষেপ আজি ফুলেশ্বৰীৰো হ'ল। এতিয়া যেন আৰু সময় নাই। প্ৰতিদিনে কেৱল গৰ্ভত থকা এটা ঘৃণনীয় ৰজা জন্মিবৰ কাৰণে ডাঙৰ হৈ আছিছে। নিজৰ পেটত হাত ফুৰাই চালে ফুলেশ্বৰীয়ে। ইয়াক পেটৰ ভিতৰতে মুচৰি মৰিব পৰা হলে। সময় নাই। কিবা এটা সবালবিকৈ কৰিব লাগে। পূজাৰীৰ স'তে আলোচনা কৰি ফুলেশ্বৰীয়ে দুৰ্গাপূজাৰ আয়োজন কৰিলে। দিনে দিনে ককাৱেকক মাতি আনি নিজৰ পৰিকল্পনা জনাবলৈ ধৰিলে। শেষ আক্ৰমণৰ সময় উপস্থিত। ৰজাৰ আগত অভিনয় কৰি, ডা-ডাঙৰীয়াৰ লগত অভিনয় কৰি, সকলো যোগাৰ কৰিব লগা হৈছে। তেওঁৰ একমাত্ৰ মূলধন দৈহিক সৌন্দৰ্য্যৰ প্ৰতি মানুহক আকৰ্ষণ কৰি উদ্দেশ্য সিদ্ধি কৰাত কিছু অসুবিধা পাই আছিছে। খামুচীয়া ককালটো কুৎসিত হৈ আহিছে—কুৎসিত ৰজাৰ গৰ্ভ ধাৰণ কৰি। কিন্তু সেইটো তেওঁৰ মনৰ দুৰ্বলতা হে, এতিয়াও ডা-ডাঙৰীয়া সকলোৱে তেওঁক দেখিলে অবাক হৈ চাই থাকে।

গুপ্ত ষড়যন্ত্ৰ কৃতকাৰ্য্য কৰিবলৈ বাহ্যিক আচাৰ-ব্যৱহাৰ সহজ আৰু সাধাৰণ কৰি ৰখাটো নিতান্ত প্ৰয়োজন। ফুলেশ্বৰীয়ে ৰাজ-কাৰ্য্য নিয়মমতে কৰি গ'ল। বিচাৰ সভাত বিচাৰ কৰিলে—যাতে সাধাৰণ সবল হোজা ৰাইজক তেওঁ থাকোঁতে আৰু বিচাৰ কৰি বিনা কাৰণত শাস্তি দিব নোৱাৰে। দেশত মানুহৰ মুখে মুখে, ৰৱৰজাৰ গুণানুকীৰ্তন চলিবলৈ ধৰিলে। ৰৱৰজাৰ অসাধাৰণ বুদ্ধি আৰু প্ৰজাৰ প্ৰতি মৰমে ৰাইজৰ মন মুহিলে। কোনোৱে ক'লে, "এৰা, এওঁক হে বাপী বুলিব পাৰি। ওঁঠুৰ ঘিলা কঢ়া, চকু ফুটোৱা, শূলত দিয়া অমানুহ ৰজাঘৰৰ, এওঁক দেখি হে যদি অলপ জ্ঞান হয়।" আন কোনোবাই ক'লে, "বুদ্ধিত আমাৰ গাঁৱৰ ছোৱালী ফুলমতীক বৃহস্পতিয়েও নোৱাৰে। দেখাত যেনে সাক্ষাৎ দেৱী, বুদ্ধিতো তেনে সাক্ষাৎ বৃহস্পতি। তেন্তে শুনা, আমাৰ গাঁৱৰে এজনী ফুলেশ্বৰীৰ লিগিৰী হৈ আছে নহয়। তাইৰ মুখে শুনা কথা এটাকে কওঁ।" এইবুলি বুঢ়াই কৈ গ'ল, কেনেকৈ ৰজা নাথাকোঁতে মনে মনে এদিন দুপৰীয়া গাঁৱৰ যোৱাৰীৰ ঘৰে ধুঁই যোৱা সাজ পিন্ধি ফুলেশ্বৰীয়ে মনে মনে খোজ কাঢ়ি গৈ মাকৰ ঘৰত চকত থকা কৰকৰা ভাত খাই আহিলগৈ, কেনেকৈ ঘূৰি আহি সেই কথা বাকী সক-কুঁৱৰীবোৰক ৰঙতে ক'লেহি, কেনেকৈ ৰজা ঘূৰি আহিলত সেই কথা হিংসাতে সক-

কুঁৱৰীহঁতে লগাই দিলে, কেনেকৈ বজাৰ বুদ্ধিমত্তে সেই কথা পুনৰ ফুলেশ্বৰীক সুধিলে—যাতে কাষৰ ঘৰত বহি থকা বজাই নিজ কাণে ফুলেশ্বৰীৰ মুখৰপৰা এনে বিগহিত কাম কৰাৰ কথা শুনি ফুলেশ্বৰীক শাস্তি দিব পাৰে। "ফুলেশ্বৰীয়ে টিঙত টোকৰ মাৰোঁতেই গম পালে। আগতে কোৱাদিয়েই কৈ গ'ল—মাকৰ ঘৰলৈ মনে মনে গৈ কৰকৰা ভাত খোৱাৰ কথা। তাৰ পিচত হাঁহি এটা মাৰি ভাওৰকৈ ক'লে—'পিচে এনেতে সাৰ পালোঁ। বৰ ভাল লাগিছিল সাপোনটো।' বজাই শুনি আছিল। তেন্তে সপোনত হে গৈছিল ফুলেশ্বৰী। সৰু কুঁৱৰীহঁতক তিৰস্কাৰ কৰিলে বজাই।"

আন এজনে ক'লে, "তেন্তে বিচাৰৰ কথা কওঁ শুনা। ৰংপুৰৰপৰা অহা মোৰ জোঁৱাইটোৱে কালি কৈ গৈছে। ৰংপুৰত চাৰিটা কপাহৰ বেপাৰীয়ে একেটা ভঁৰালতে কপাহ থৈছিল। পিচে নিগনিৰ উৎপাত কমাবলৈ সিহঁতে এজনী মেকুৰী পুহিছিল। একেলগে কপাহ থৈছে, গতিকে মুদৈ চাৰিওটাই সমানে পইচা দি এজনী বৰ ভাইল মেকুৰী কিনিছিল। গৰুৰ গৰু কথা, চাৰিওজনে মেকুৰীৰ চাৰিটা ঠেং ভগাই ল'লে আৰু নিজ নিজ ঠেংটো মাজে মাজে কাপোৰ অলংকাৰেৰে সজাই মুদৈহঁতে ধেমালি কৰে। এনেতে কিবা প্ৰকাৰে এদিন মেকুৰীজনীৰ এটা ঠেং ভাগিল। সেই ঠেঙৰ গৰাকী মুদৈয়ে ঠেংটোত ঔষধ আদি দি নাহৰ তেলত জুবুৰিওৱা ফটাকানি এখন বান্ধি দিলে। মেকুৰী সেইদৰেই গৈ বান্ধনি-ঘৰত কিবা খাব খোজোঁতেই লাগিল সেই ভগা ঠেং বন্ধা কাপোৰত জুই আৰু ভয়ত তাই উঠিলগৈ একেজাঁপেই কপাহৰ ভঁৰালত। ভঁৰাল পুৰি ভস্মীভূত হ'ল। বাকী তিনিটা মুদৈয়ে বজাক বিচাৰ কৰিবলৈ দিলেগৈ। বৰবৰুৱাই বিচাৰ কৰি ৰায় দিলে, "ভগা ঠেঙৰ গৰাকী মুদৈয়ে সমুদায় কপাহৰ দাম দিব লাগিব; দহ দিনৰ ভিতৰত নিদিলে বন্দীশালত থোৱা হ'ব।" যেনে বজা তেনে বিচাৰ। দোষী সাব্যস্ত হোৱা মুদৈয়ে আহি বেজাৰ কৰি ঘৈণীয়েকক সকলো জনালে। ঘৈণীয়েকৰ আকৌ সখী এজনী ফুলেশ্বৰীৰ লিগিৰী। ফুলেশ্বৰীৰ সাধাৰণ মানুহলৈ মৰমৰ কথা কৈ, শুণ বখানি, লিগিৰীয়ে শেষ কৰিব নোৱাৰে। মুদৈৰ ঘৈণীয়েকে গৈ ক'লেগৈ সেই লিগিৰী সখীক। লিগিৰী সখীয়ে ক'লে ফুলেশ্বৰীক। ফুলেশ্বৰীয়ে নতুনকৈ নিজে বিচাৰ কৰিব বুলি বৰবৰুৱাক জনালে। "তাৰ পাচত শুনক, বিচাৰ আৰম্ভ হ'ল। ফুলেশ্বৰীয়ে আন তিনিটা মুদৈক ক'লে—'এওঁৰ ঠেংটোত যেনিবা এওঁৱেই জুই লগাই দিছিল। কিন্তু তোমালোকৰ তিনিটা ঠেঙে সেই জুই লগা ঠেংটো ভঁৰাললৈ লৈ গৈছিল কিয়? তোমালোকৰ ঠেঙে সহায় নকৰা হ'লে জানো ভগা ঠেংটো অকলে গৈ ভঁৰালত উঠিবগৈ পাৰিলেহেঁতেন?... কোনেও কাকো একো দিব নালাগে। সকলো সমানে দোষী। শুনাইক, একেলগে ব্যৱসায় কৰিলে মিলিজুলি থাকিবাইক। ইটোক মাৰোঁ, সিটোক খাওঁ কৰি গোচৰ দি ফুৰিলে নিজে হে দুৰ্বল হবাইক।"

এইদৰে ফুলেশ্বৰীৰ বুদ্ধিৰ, জ্ঞানৰ, ৰূপৰ আৰু গুণৰ সাধু দেশত ঘৰে ঘৰে বিয়পি পৰিল। ইপিনে কবিৰাজ চক্ৰৱৰ্তীয়ে "শকুন্তলা কাব্য" আৰু 'শংখচূড় বধ' কাব্য

লিখোঁতেও আৰম্ভণিতে ফুলেশ্বৰীক অতিকৈ প্ৰশংসা কৰি গ'ল। যিমানেই ফুলেশ্বৰীৰ প্ৰশংসা দেশে-বিদেশে বিয়পি পৰিবলৈ ধৰিলে, সিমানেই ডা-ডাঙৰীয়া-সকল চিন্তিত হৈ পৰিল। আৰু এটা কথা হ'ল। ৰজাঘৰৰ বা অভিজাত শ্ৰেণীৰ স্ত্ৰী হাতীত উঠাৰ নিয়ম নাই। ফুলেশ্বৰীক এই কথা মনত পেলাই দিয়াতো সকলোৰে কথা উপেক্ষা কৰি হাতীত উঠিল ফুলেশ্বৰী। ৰাইজে ক'লে, "এনে হে ৰাণী লাগে। এই ৰজাবোৰৰ দৰে ডাঙৰীয়াৰ কথাত উঠ-বহ কৰা ৰজাৰ হাতত পৰি দেশখন উছন গ'ল। এনেকুৱা ৰাণী হ'লে সকলো সেও হৈ থাকিব, প্ৰজাবো সুখ হ'ব।" ডাঙৰীয়াসকল স্তব্ধ হ'ল। শিৱসিংহক গোচৰ কৰিলে। ৰজাই ইাহি মাৰি ক'লে—"শাসনৰ সকলো দায়িত্ব ৰাণীৰ। এই দৈৱদোষ থকা কালত মই একো নকৰোঁ।" ফুলেশ্বৰীক সিংহাসনৰপৰা আঁতৰাব নোৱাৰি নে ? হয়তো পাৰিলেহেঁতেন, আন ৰজা হোৱা হ'লে। কিন্তু সাধাৰণ চোৰাংচোৱা, লিগিৰী-লিগিৰা আদি সাধাৰণ মানুহবোৰে ফুলেশ্বৰীক ইমান ভাল পাইছিল যে ডা-ডাঙৰীয়াবোৰে কৰা সকলো অভিসন্ধি ততালিকে ফুলেশ্বৰীৰ কাণত পৰিছিলগৈ। কেতিয়াবা বুদ্ধি কৰি, কেতিয়াবা খং দেখুৱাই, কেতিয়াবা আপোন কৰি লৈ ফুলমতীয়ে নিজৰ বিৰুদ্ধে হোৱা সকলো ষড়যন্ত্ৰ গুৰিতে নোহোৱা কৰিছিল। বেচেৰা ডা-ডাঙৰীয়াইঁতে কোনো দিনেই ফুলেশ্বৰীক হাতৰ পুতলা কৰিব নোৱাৰিলে। পেটে পেটে সকলো ডা-ডাঙৰীয়াৰে খং ; কিন্তু কি কৰিব ?

দুৰ্গাপূজাৰ মহাসমাৰোহ। ৰাজনগৰ উছন্ন-মুখৰ। ৰাজনগৰত পালি-পহৰীয়াৰ কড়া পহৰা আজি নাই। ফুলেশ্বৰীৰ আদেশ, সকলো প্ৰজাই বিনা অনুমতিত কাৰেঙত সোমাই দেৱীপূজা চাব পাৰে। অধিক আগ্ৰহেৰে অপেক্ষা কৰিছে ফুলমতীয়ে মোৱামৰীয়া মহন্তসকললৈ। তেওঁলোকেই প্ৰথম ডা-ডাঙৰীয়াবোৰৰ ওপৰত জঁপিয়াই পৰিব। লগে লগে ফুলেশ্বৰীয়ে সমৱেত ৰাইজক নিজে আহ্বান জনাব—এই অত্যাচাৰী শাসকশ্ৰেণীক নিৰ্মূল কৰি ৰাইজৰ নিজৰ ৰজা পাতিবলৈ, ৰাইজ নিজে ৰজা হ'বলৈ। ৰঙা সাজ-পাৰেৰে ৰণচণ্ডী বেশত সাজ-পাৰ কৰিলে ফুলমতীয়ে। আজি তেওঁ বিদ্ৰোহৰ নেতৃত্ব কৰিব। লিগিৰীইঁতক এনেয়ে সুধিলে—এই পূজা চাবলৈ অহা মানুহবোৰে যদি ৰাজ-কাৰেং আক্ৰমণ কৰে সিহঁতে কি কৰিব। সিহঁতে উত্তৰ দিবলৈ পোৱাৰ আগতে নিজেই ক'লে, "একো ভয় নাই ; এনেয়ে হে সুধিলোঁ তইঁতক।"

শংখ-ঘণ্টা-কাঁহ-ডবাৰ শব্দত নগৰ ৰজনজনাই গৈছে। বলিৰ তেজেৰে পূজা-মণ্ডপত সোঁত বৈছে। ফুলেশ্বৰীয়ে চাই আছে। এয়া তেজ, এইদৰেই তেজৰ সোঁত বব লাগিব। আজি দেৱীক সন্তুষ্ট কৰিবলৈ সকলো অত্যাচাৰীক এই দৰেই বলি দিয়া হ'ব।

দলে-বলে মহন্তসকল আহিল। ফুলেশ্বৰীয়ে ককায়েকক কোৱা সময়তে আহিছে। মহন্তসকলক ফুলেশ্বৰীয়ে নিজে আদৰ-সাদৰ কৰি বহুৱালে। সকলোৰে চকুলৈ আশাসৰ দৃষ্টিৰে চালে। মোৱামৰীয়াসকল সুখী হ'ল।

পূজাৰ মন্ত্ৰ আধৈ ফুটাদি ফুটিছে। শংখ-ঘণ্টাৰ শব্দই বিকট কোলাহল সৃষ্টি

কৰিছে। কাৰো মাত ক'তো শুনি। ফুলেশ্বৰী সাজু। এবাৰ অৰ্দ্ধপূৰ্ণ দৃষ্টিৰে মহন্তসকলৰ ফালে চালে; ককায়েকক ক'ৰবাত দেখে নেকি চাবিওফালে চাই নেদেখি ভাবিলে, সি নিশ্চয় ঠিক ঠাইতে সাজু হৈ আছে; তাৰ পাচত পূৰ্বৰ ব্যৱস্থা মতে ফুলেশ্বৰীয়ে ভগৱানক স্মৰণ কৰি দেৱীক সেৱা কৰিলে।

হৰিনাথৰ সৈতে আলচ কৰি ঠিক কৰিছিল ফুলেশ্বৰীয়ে: মহন্তসকল দলে-বলে আহি পূজা-মণ্ডপত বহাৰ পাচত ফুলেশ্বৰীয়ে 'সকলো ঠিক আছে জঁপিয়াই পৰা' বুলি ইংগিত দিবলৈ গোসানীৰ আগত সাষ্টাঙ্গে প্ৰণিপাত কৰিব। প্ৰণাম কৰাৰ লগে লগে মোৱামৰীয়াসকল ৰজাঘৰৰ মানুহৰ ওপৰত জঁপিয়াই পৰিব। ওচৰত কোনো সৈন্য নৰখাৰ কাৰণে কোনেও বাধা দিব নোৱাৰিব। বিদ্ৰোহীয়ে সেই ৰাতিয়েই কাৰেং অধিকাৰ কৰিব··· ইত্যাদি।

সেৱা কৰাৰপৰা মূৰ তোলা নাই ফুলেশ্বৰীয়ে। নিশ্চয় ইতিমধ্যে আৰম্ভ হৈ গৈছে। কিন্তু কোনো গণ্ডগোল শুনা নাই কিয়? হয়তো শংখ-ঘণ্টাৰ শব্দত। ফুলেশ্বৰীয়ে মূৰ তুলিলে। দেখিলে মহন্তইঁত একেদৰে হাঁহি হাঁহি বহি আছে। কিবা হিচাপৰ ভুল হ'ল বুলি ফুলেশ্বৰী পূজা-মণ্ডপত এবাৰ ঘূৰি আহি আকৌ গোসানীৰ আগত দীঘল দি পৰিল। আকৌ উঠিল। একো নাই। সকলো ৰং-তামোচাত ব্যস্ত। এইদৰে ১০।১২ বাৰ সেৱা কৰি অধৈৰ্য্য হৈ ফুলেশ্বৰীয়ে ককায়েকক বিচাৰিলে। ক'লে, ঘ'তে থাকক বেগেতে মাতি আনিব লাগে। হৰিনাথক বিচাৰি লিগিৰী-চোৰাংচোৱাইঁতে নগৰ চলাথ কৰিলে। বহুত সময়ৰ মূৰত ঘূৰি আহি খবৰ দিলে, ক'তো পোৱা নহ'ল বুলি। ফুলেশ্বৰীৰ আৰু ধৈৰ্য্য নাই। কি হৈছে বুজিব পৰা নাই, তথাপি ফুলেশ্বৰী ৰৈ আছে।

মহন্তসকল যথাযোগ্য সন্মান পাই খুব সুখী। শেষত ৰজাক অভিবাদন কৰি, ৰজাক দীৰ্ঘায়ু হ'বলৈ আশীৰ্বাদ কৰি, মহন্তসকল যাবলৈ উঠিল। মহন্তসকল এখোজ এখোজকৈ যাবলৈ ধৰিলে। পূজা-মণ্ডপৰ বাহিৰ ওলাল। ফুলেশ্বৰীৰ ধৈৰ্য্য পলাল। চিঞৰি আদেশ দিলে, "গোসানীৰ প্ৰসাদ নোলোৱাকৈ কোনো যাব নোৱাৰে, মাতি আনা।" ৰাণীৰ আদেশত মহন্তসকল ঘূৰি আহিল। আকৌ বহিল। ফুলেশ্বৰীয়ে বৰবৰুৱাক আদেশ দিলে, "চোৰাংচোৱা দি চোৱাব লাগে ইহঁতে অস্ত্ৰ-শস্ত্ৰ আনিছে নেকি। ইহঁতৰ বিশ্বাস নাই।" ফুলেশ্বৰীয়ে ভাবিছিল—যদি মোৱামৰীয়াসকলে অস্ত্ৰ-শস্ত্ৰ আনিছে বুলি চোৰাংচোৱাই খবৰ দিয়ে, তেন্তে তেওঁ নিজে গৈ মহন্তসকলক আক্ৰমণ কৰাৰ কাৰণে মাতিবগৈ, হয়তো তেওঁলোকে ভয়তে সাহ কৰা নাই। কিন্তু চোৰাংচোৱা আহি খবৰ দিলে, মহন্তসকল শুদা হাতে আহিছে।

খণ্ডত ফুলেশ্বৰীয়ে জ্ঞান হেৰুৱালে। নিজৰ ককায়েকে তেওঁক ঠগিলে? নে মোৱামৰীয়া মহন্তই? ইহঁতৰ কেতিয়াও খঙো নুঠে নে? বৈষ্ণৱ-বিৰোধী এই পূজালৈ সিহঁতক মতা হৈছে, সিহঁত আহিছে, দেৱীলৈ ভক্তি প্ৰদৰ্শন কৰি বহিছে। ক'লৈ গ'ল ইহঁতৰ অতীতৰ সাহ-পিত্ত—যেতিয়া মহন্তই গুৰুৰ বাহিৰে আনক সেৱা কৰাতকৈ মৃত্যুক সাৰটি ল'ব পাৰিছিল! খণ্ডত ফুলেশ্বৰী জুই হ'ল। আদেশ দিলে,

মোৱামৰীয়াসকলক, গোসাঁইসকলক মেৰীৰ প্ৰসাদ দিব লাগে। সভক্তিৰে গ্ৰহণ কৰিলে মেৰীৰ প্ৰসাদ ভেওঁলোকে। ইয়াৰ পিচত আৰু সহ্য কৰা নাযায়। "সকলোকে বলিৰ কৌট দিব লাগে ৰৰৰকৰা। আপুনি নিজে তদাৰক কৰক। কোনোবাই আপত্তি কৰিলে শাস্তি দিব। কৌট দি ডিঙিত ধৰি উলিয়াই দিব। প্ৰতিবাদ কৰাবোৰক বন্দীশালত ভৰাই থ'ব। মই আহিলোঁ।"

আদেশ দি ফুলেশ্বৰী ৰাজকাৰেঙৰ ভিতৰলৈ গুচি গ'ল। মনে মনে ভাবি গ'ল —সকলো শেষ, আজি আঠ বছৰৰ পৰিকল্পনা সকলো ধূলি হৈ উৰি গ'ল কেৱল নিজৰ ককায়েকৰ বিশ্বাসঘাতকতাত।

কোনে বিদ্ৰোহ কৰিব? একমাত্ৰ মোৱামৰীয়াই হে কৰিব পাৰে। সিইঁতৰ মাজত সাধাৰণ মানুহ আছে, খাটি অসমীয়া মানুহকিটা আছে, জাতি-বৰ্ণ বিচাৰ নোহোৱাকৈ একগোট হোৱাৰ মন্ত্ৰ আছে। ককায়েকক বিশ্বাস নকৰি নিজে মনে মনে কথা হোৱা হ'লে হয়তো হ'লহেঁতেন; কিন্তু এতিয়া আৰু সময় নাই। অত্যাচাৰ, অত্যাচাৰ কৰিব লাগে; অত্যাচাৰত অসহ্য হৈ পৰিলে হে ইহঁত জাগি উঠিব পাৰে। হয় অত্যাচাৰত শেষ হৈ যাব, নহ'লে সাৰ পাই উঠিব। এটা এটাকৈ মানুহ আনি গেডেৰি দি মুঠাৈলকে অত্যাচাৰ কৰিব লাগিব। অত্যাচাৰ, কেৱল অত্যাচাৰ। কিন্তু মোৰ বে আৰু সময় নাই! পেটত এই সন্তান লৈ আৰু তো বেছি দিন মই থাকিব নোৱাৰোঁ। নোৱাৰোঁ, নোৱাৰোঁ। নিজৰ চুলিত নিজে খুব জোৰেৰে টানি ধৰি ফুলেশ্বৰীয়ে চিঞৰি দিলে: "মোক বিশ্বাসঘাতকতা কৰিলি ককাইদেউ। তইঁতৰ নিচিনা ক্ষমতা পাই নগৰ মানুহক পাহৰা পাৰত গঁজা ভাঙৰীয়া বৰ-মানুহৰ কাৰণেই পৃথিৱীত অত্যাচাৰ চলি আছে। তইঁত নাৰকী, মহাপাপী।"

লিগিৰীইঁত দৌৰি আহিল। উত্তেজনাত অৱশ হৈ ফুলেশ্বৰীয়ে দীঘল দিলে। অসমৰ প্ৰথম গণ-বিদ্ৰোহ গৰ্ভতে স্থগিত হ'ল—ক্ষমতালোভী হৰিনাথৰ দোষত।

## ॥ আঠ ॥

"লিগিৰীহঁত, বহুত ৰাতি হ'ল। যাহঁক।"

ফুলেশ্বৰী পালেঙীখাটত পৰি ধৰফৰাই আছে। সন্তান-সম্ভৱা ফুলমতী। ইমান সময়ৰ ভিতৰত সন্তান প্ৰসৱ হোৱা উচিত আছিল। কিন্তু আজি দুদিন যন্ত্ৰণাৰ পাচতো প্ৰসৱৰ কোনো লক্ষণ নাই। বেজবৰুৱাই অশেষ যত্ন কৰিছে; কোনো ফল হোৱা নাই। ইপিনে ৰাজকাৰেঙতে ঘুনুকঘানাককৈ মানুহে কোৱা-মেলা কৰিছে, ডা-ডাঙৰীয়া দুই-এজনেও কৈছে—গোসাঁই-মহন্তৰ শাপতে এনে হৈছে বুলি। লিগিৰীহঁত বিমোৰত পৰিছে। ৰাজ-কাৰেঙত প্ৰথম বাইদেউ হিচাপে পোৱা বৰকুঁৱৰী ৰাণী ফুলেশ্বৰীৰ এই যন্ত্ৰণা কেনেকৈ চাই থাকে সিহঁতে।

সেহাই সেহাই ফুলমতীয়ে কৈছে: "তহঁত যা লিগিৰীহঁত। মোৰ লগত কষ্ট খালে কি হ'ব? মই তহঁতৰ দৰে গাঁৱলীয়া সাধাৰণ মানুহৰ ঘৰৰ ছোৱালী; সকলো কষ্ট সহ্য কৰিব পাৰোঁ। আৰু, মোৰ মনটোৱে কৈছে—মই মৰিম। আন এটা অত্যাচাৰী ৰজাক জন্ম দিয়াৰ আগতে মই মৰিম। মোৰো সেয়ে ইচ্ছা। তেতিয়া তহঁতৰ আৰু বিপদ হ'ব। তহঁত পলাই যাহঁক মই জীয়াই থাকোঁতেই।"—ভাগৰি পৰি ফুলেশ্বৰী মনে মনে থাকিল। কিন্তু উন্মাদনাৰ শেষ নাই। মুখেৰে ফুটাই ক'ব নোৱাৰিলেও মনে মনে মনতে ভাবি গৈছে ফুলমতীয়ে: কি চাই আছ তহঁতে? দেখিছই তহঁতে, এই নৰকীহঁতে আনি মোৰ জীৱনটো ইয়াত নষ্ট কৰিলেহি। তহঁতৰো কৰিছে। আৰু কৰিব। ইহঁতৰ বৰ্বৰতাৰ শেষ নাই। তহঁতৰ ভনীয়েৰ, বায়েৰ, জীয়েৰহঁত ইহঁতৰ হাতত নিৰাপদ নহয়। মোৰ কথা শুনহঁক, ৰাজকাৰেঙত জুই লগাই দেন দি তহঁত গুচি যা। চাউডাঙে কাটিব? কিমানক কাটিব? সকলো মানুহে হেঁচা মাৰি ধৰিলে দেখোন সিহঁতে দা ঘূৰাবলৈকে ঠাই নাপাব। নিজৰ দা মানুহৰ হেঁচাত নিজৰ গাতে সোমাব। ......—কিন্তু ইমানবোৰ কথা কোৱাৰ শক্তি নাই ফুলেশ্বৰীৰ। যন্ত্ৰণাত ফুলেশ্বৰী হাবাথাখি। তথাপি মনে মনে ভাবিছে, এটা যদি মৃত সন্তান ওপজে বৰ ভাল হ'ব। আৰু এটা ৰজাক জন্ম দিয়াৰ নিচিনা পাপ কাম কৰি যাব নোৱাৰি। মাতৃত্ব? অপত্য স্নেহ? শব্দকিটা মনলৈ অহাত সেই বিষতো হাঁহিবৰ চেষ্টা কৰিলে ফুলেশ্বৰীয়ে।

বিচনাত পৰি পৰি ফুলেশ্বৰীয়ে প্ৰলাপ বকাৰ নিচিনা কৰিছে। নিজৰ ককায়েকে ৰজাৰ ভয়ত, ডাঙৰীয়াৰ বিষয় হেৰুওৱাৰ ভয়ত, প্ৰতাৰণা কৰিলে ফুলেশ্বৰীক। যদি আগতে এই কথা জানিলেহেঁতেন! হৰিনাথে মোৱামৰীয়াৰ লগত বিদ্ৰোহৰ যোগাৰ কৰিব পৰা নাই বুলি জনা হ'লে ফুলেশ্বৰীয়ে হয়তো আন ব্যৱস্থা কৰিলেহেঁতেন। সেই এটা আশা বুকুত বান্ধিয়েই ৮/৯ বছৰ যেচেৰীয়ে অপেক্ষা কৰিলে। সেই আশাৰ ফল স্বৰূপে আজি পাইছে পেটত এটা ঘৃণিত অবাঞ্ছিত

সন্তান। সেই আশা নথকা হ'লে তেওঁতো বহুত আগতেই মৰি যাব পাৰিলেহেঁতেন! কি মূল্য আছে এই দেহৰ, এই জীৱনৰ, এই কষ্ট সহ্য কৰাৰ? এই ঘৃণনীয় দেহৰ লোভ দেখুৱাই হ'লেও বহুত কিবাকিবি কৰিব পাৰিলেহেঁতেন তেওঁ। এই দেহ কাৰ কাৰণে পৱিত্ৰ কৰি ৰাখিব? শিৱসিংহৰ কাৰণে? তাতকৈ এই দেহৰ বিনিময়ত ৰাজতন্ত্ৰক জুই দি পুৰিবলৈ তেওঁ সদায় প্ৰস্তুত আছিল। কিন্তু আপোন ককায়েকে তেওঁক বিশ্বাসঘাতকতা কৰিলে। হঠাৎ সেহাই সেহাই চিঞৰি দিলে ফুলেশ্বৰীয়ে:

"ককাইদেউ, মোক কিয় এইদৰে ঠগিলা? তাতকৈ মোক মৰিবলৈ নক'লা কিয়? মই মৰিলে তোমাৰ 'বৰপাত্ৰ' বিষয়-বাব যাব বুলি ভয় কৰিলা? ইমান স্বাৰ্থপৰ তুমি কেনেকৈ হ'লা? নিজৰ ভনীয়েৰাক ৰজাঘৰত বিক্ৰী কৰি তাৰ বিনিময়ত নিজৰ বিষয়-বাব কিনিলা? ছিঃ, তোমাৰ নিচিনা ক্ষমতালোভীৰ লোভৰ প্ৰায়শ্চিত্ত কৰোঁতেই মোৰ নিচিনা ভনীবোৰৰ জীৱন বিক্ৰী হয়। তাৰ পাচত তোমালোকেই ঘিণ কৰা। ছিঃ......"

লিগিৰীহঁতে চকুৰ পানীৰে বাট নেদেখা হৈছে।

ইমান সুন্দৰ আইচু দেউতাক ইমান কষ্ট ভগৱানে কিয় দিছে? যদি আইচু দেউতাৰ কষ্ট সহিব নোৱাৰি কিবা এটা হয়! ইমান ভাল ৰাণী এজনী পৃথিৱীত আৰু উপজিব জানো? ভা-ভাঙৰীয়াক অৱহেলা কৰি লিগিৰী-লিগিৰাক মৰম কৰা, বৰ বৰ মানুহক শাস্তি দি সাধাৰণ মানুহক ক্ষমা কৰা, এনেকুৱা মৰমিয়াল ৰাণী পৃথিৱীত কেতিয়াও নোপজে।

ফুলেশ্বৰীয়ে প্ৰলাপ বকাৰ দৰে কথা কৈ গৈছে। যেন শেষ চেষ্টা কৰিছে বিদ্ৰোহৰ জুই জলাই যাবলৈ। লিগিৰীহঁতক কাষলৈ মাতি আনি কৈছে:

"বুজিছ লিগিৰীহঁত, মোৰ বৰ বেছি কষ্ট হোৱা বুলি নাভাবিবি। বেজবৰুৱাই কৈ গৈছে, সন্তান গৰ্ভতে মৃত হোৱা সম্ভৱ। সেই আনন্দতে মই এতিয়াও জীয়াই আছোঁ। মই নিজ চকুৰে চাবলৈ বিচাৰোঁ, মোৰ গৰ্ভত ঠাই লোৱা অত্যাচাৰী ৰজাৰ বংশধৰক মই জীয়াই জীয়াই পৃথিৱীত থৈ যোৱা নাই। মই চাবলৈ বিচাৰোঁ যে মোৰ পেটতে এটা ৰজাক মই মাৰিছোঁ। ভৱিষ্যতে বহুত ভনীৰ সতীত্ব-হৰণৰ কাৰণে উপজিব খোজা এটা ৰজাক মই মাৰিছোঁ বুলি জানিব খোজোঁ, চাব খোজোঁ। সন্তান মৃত হ'ব বুলি বেজবৰুৱাই নোকোৱা হ'লে মই বিহ খালোহেঁতেন। মই কেতিয়াও এই ৰজাৰ বংশধৰক জন্ম দি নগলোহেঁতেন লিগিৰী, কেতিয়াও নগলোহেঁতেন। নিজক আৰু ৰক্ষা কৰিব নোৱাৰিলোঁ লিগিৰীহঁত। সকলোৱে প্ৰতাৰণা কৰিলে মোক। অকলৈ কিমান যুঁজিম মই? তহঁতক কৈ থৈছোঁ, জন্ম হোৱাৰ পাচতে মৃত সন্তানটোক মোৰ চকুৰ আগত দাঙি ধৰিবি। তাৰ পাচত মই শান্তিৰে মৰিব পাৰিম।"

ফুলেশ্বৰীয়ে প্ৰলাপ বকা নাই। প্ৰলাপ বকাৰ অভিনয় কৰি শেষ চেষ্টা কৰিছে—দেশত বিদ্ৰোহৰ জুই জলাই যাবলৈ।

"বুজিছ লিগিৰীহঁত, এটাক হত্যা কৰিছোঁ। সি মৰিছে। ভৱিষ্যতে বহুত

ভনীৰ সতীত্ব-হৰণৰ কাৰণে জন্মিব খোজা এটা বজাক মাৰিছোঁ মই। এয়া, মোৰ পেট চুই চা। সি উপজিব নোৱাৰে। সি পেটতে মৰিছে।”

চিন্তান্বিত হৈ পুৰাৰণৰা তৃতীয়বাৰ বেজবৰুৱা সোমাই আছিল। হাতত কিবাকিবি ঔষধ :

একান্তমনে খন্তেক চাই বল বেজবৰুৱাই। গোটেই মাহুহজনী ঘামিছে। তীব্ৰ যন্ত্ৰণাত মুখ বিকৃত হৈ গৈছে। কি কদাকাৰ ৰূপ। যন্ত্ৰণাত ছটফটাইছে ফুলেশ্বৰীয়ে। মুখ শুকাই গৈছে। বেজবৰুৱাই মুখত অকণমান পানী দি দিলে। পৰম তৃপ্তিৰে ফুলেশ্বৰীয়ে খালে। অলপ যেন সকাহ পালে। এজনী লিগিৰীক মাতি বেজবৰুৱাই পঠিয়াই দিলে, মন্দিৰত পূজা কৰি থকা স্বৰ্গদেও শিৱসিংহক খবৰ দিবলৈ। বেজবৰুৱাই জানিছিল, ফুলেশ্বৰীৰ জীৱন আৰু বেছিপৰ নাথাকে। দুই চকুৰেদি বেজবৰুৱাৰ পানী বৈ আহিল। তাকে দেখি ফুলেশ্বৰীয়ে সেহাই সেহাই ক'লে,

“অকল্ মোক দেখি কান্দিলে কি হ'ব? দেশত বহুত গাভৰুৰে এই অৱস্থা হৈছে। এই বাজ-কাৰেঙতে এই দৰেই বহুত মৰিছে। মোক যেতিয়া সহায় কৰাৰ দৰকাৰ আছিল, তেতিয়া একো নকৰিলে কোনেও। এতিয়া আৰু সময় নাই। এতিয়া জীয়াই থকাবোৰক উদ্ধাৰৰ চেষ্টা কৰক বেজবৰুৱা।”

ইপিনে দেৱীমন্দিৰত দেৱীভক্ত শিৱসিংহ বহি আছিল। ফুলেশ্বৰীৰ অপেক্ষাত। এনেতে হঠাতে লিগিৰী গৈ ফুলেশ্বৰীৰ অসুখৰ খবৰ দিয়াত বজা বিৰক্তিৰে ওলাই আহিল মন্দিৰৰপৰা। লগে লগে পূজাৰীও আহিল। পূজাৰীক পিচে পিচে লৈ বজা আহি ফুলেশ্বৰী থকা কক্ষ পালেহি। শিৱসিংহক সম্পূৰ্ণ অৱজ্ঞা কৰি পূজাৰীলৈ চাই ক্ষীণ কণ্ঠেৰে ফুলেশ্বৰীয়ে ক'লে :

“আহক পূজাৰীদেউ, মই যাবলৈ ওলালোঁ। দেৱী-পূজালৈ হেলা নকৰিব। দেৱীয়ে সংহাৰ মূৰ্তি ধৰিলে হে পৃথিৱীৰ অত্যাচাৰ-অনাচাৰ গুচিব। মন্দিৰত মই আপোনাৰ লৈসতে দেৱীপূজাৰ বহুত চৰ্চা কৰিছিলোঁ। সেইবোৰ যেন প্ৰকাশ কৰি নিদিয়ে। দেৱী অসন্তুষ্টা হ'ব।...” ফুলেশ্বৰীয়ে বৈ দীঘলকৈ উশাহ ল'লে। পূজাৰী গুৰু হৈ বৈ গ'ল। ফুলেশ্বৰীৰ কাষত বহিলগৈ বজা। ফুলেশ্বৰীৰ মুখলৈ চাই আচৰিত হ'ল। কি কদাকাৰ ৰূপ। ছিঃ। ইমান বেয়া হৈছে কিয় দেখিবলৈ! জঁাপ মাৰি উঠি আহিল শিৱসিংহ। তৎক্ষণাৎ বেজবৰুৱালৈ চাই ক'লে :

“বেজবৰুৱা, ইমান জঘন্য হৈছে কিয় দেখিবলৈ। ঔষধ দি মুখখন সোনকালে ঠিক কৰি দিয়ক।”

বেজবৰুৱাই হাতযোৰ কৰি ক'লে, “স্বৰ্গদেও। বাণীৰ চিকিৎসা শাস্ত্ৰত নাই।”

“মৰিব নেকি?” বিতৃষ্ণাৰে সুধিলে শিৱসিংহই। তেওঁৰ পালেঙীখাটত ইমান কদাকাৰ ৰূপ চাই থকা তেওঁৰ পক্ষে অসহ্য। “পেটৰটোও মৰিব নে?”

শিৱসিংহৰ প্ৰশ্নৰ কদাকাৰ ৰূপে শক্তিহীনা হৈ পৰা ফুলেশ্বীৰক পুণৰ শক্তি দিলে। বিতৃষ্ণাৰে মুখ অধিক বিকৃত কৰি ক'লে :

“হেৰি স্বৰ্গদেও, কদাকাৰ দেখিছে? যি দেহৰ সৰ্বাংগত চুমা কৰি স্বৰ্গ পোৱা

বুলি দিহিঙাইলৈকে কৈছিলা, সেই বৰকুঁৱৰীৰ অসুখত মুখখন বেয়া দেখিয়েই তোমাৰ ঘিণ লাগিছে? এয়া তোমাৰ প্ৰেম? দুৰ্বল, অত্যাচাৰী, অক্ষম, অমানুহ ৰজা। তই নিৰ্বংশ হ'বি: তোৰ উদ্ধাৰ নাই। এই কোন আছ?—জিগিৰী, মাত, চাউডাংবৰুৱাক মাত—ইয়াক, এই কুকুৰ ৰজাটোক ধৰি নিয়ক। নি তাৰ এটা এটাকৈ অংগ কাটক। ইয়াক মোৰ আগৰপৰা চোঁচোৰাই লৈ যাইক। কাবেঙত জুই লগাই দেহক ... " অনৰ্গল কথা কৈ গ'ল ফুলেশ্বৰীয়ে। ৰজাই বেজবৰুৱাৰ কালে খঙেৰে চালে। বেজবৰুৱাই ক'লে, "মূৰৰ দোষত প্ৰলাপ বকিছে।"

"তৎক্ষণাৎ তাইৰ মুখ বন্ধ কৰিব লাগে।"

আদেশ দি ৰজা ওলাই গ'ল। ইতিমধ্যে কাবেঙৰ সকলো মানুহ আহি গোট খাইছেহি। ৰজাই কাৰো মুখলৈ নাচালে। ঔষধ দিয়াৰ কিন্তু প্ৰয়োজন নহ'ল। লাহে লাহে কণ্ঠস্বৰ ক্ষীণ হৈ আহি আহি ফুলেশ্বৰীৰ মুখেদি শব্দ নোলোৱা হ'ল। কেৱল হাতেৰে অংগি-ভংগি কৰি টেলেকা চাৱনিৰে খঙেৰে চাৰিওফালে চাই ফুলেশ্বৰী বিচনাতে ছটফটাই পৰি থাকিল। ওচৰত উপস্থিত থকা বেজবৰুৱা, পূজাৰী, জিগিৰী আদি সকলোৱে ফুলেশ্বৰীক দেখি চকুপানী টুকিবলৈ ধৰিলে।

ৰজা খঙত ওলাই গ'ল। কিন্তু চিন্তাৰপৰা অব্যাহতি নাপালে। ফুলেশ্বৰীৰ মুখত নিজ ৰাজবংশৰ গালি শুনি, ইমানবোৰ জিগিৰী আদিৰ আগত নিজক তিৰস্কাৰ কৰা শুনি, ৰজাই খঙতে কিৰাকিৰি কৈ গ'ল। কিন্তু পিচত তেওঁৰ অনুতাপ আহিল। এই ফুলেশ্বৰীৰ সংগ-সুখেই তেওঁক স্বৰ্গীয় আনন্দ দিছিল। এই ফুলেশ্বৰীৰ কাৰণেই তেওঁ সকলো ৰাজকাৰ্য্য বাদ দিছিল। কিয় ফুলেশ্বৰীৰ মুখত এনেকুৱা কথা তেওঁ শুনিবলৈ পালে? ডা-ডাঙৰীয়া, পাত্ৰ-মন্ত্ৰী আহিল, বেজবৰুৱা আহিল—ৰজাৰ আদেশত। মন্ত্ৰণাকক্ষত পাত্ৰ-মন্ত্ৰীসৱৰ মাজত বহি শিৱসিংহৰ মনটো অলপ কুমলিল, ফুলেশ্বৰীলৈ বেয়া লাগিল। কিছুপৰ নিস্তব্ধতাৰ পিচত ৰজাই সুধিলে,

"বেজবৰুৱা, বৰৰাণীৰ কি ৰোগ হৈছে?"

বেজবৰুৱায়ে প্ৰথম ক'বলগীয়া হ'ল:

"বৰকুঁৱৰী আসন্নপ্ৰসৱা, কিন্তু প্ৰায় দুদিন প্ৰসৱ-যন্ত্ৰণাৰ পাচতো প্ৰসৱ হোৱা নাই। আত প্ৰসৱৰ সকলো ঔষধ দিয়া হৈছে।"

"কিয় এনে হৈছে?"—মানুহৰ ক্ষমতাৰ বিষয়ে বা চিকিৎসাশাস্ত্ৰৰ শক্তিৰ বিষয়ে অনভিজ্ঞ স্বৰ্গদেৱে প্ৰশ্ন কৰিলে।

বেজবৰুৱাই কণ্ঠ-নকণ্ঠকৈ ক'লে, "খুব সম্ভৱ সন্তান পেটতে মৰিছে। সেয়ে সৰচৰ কৰা নাই।"

পেটতে সন্তান মৰিলে পিতৃৰ গাতো দোষ নপৰে জানো? বিশেষকৈ যি বাপেকে ১৪।১৫ বছৰে সন্তানৰ মুখ দেখা নাই! আৰু, যি স্বৰ্গদেৱৰ তেনে ধৰণৰ দোষ আছে, সেই স্বৰ্গদেৱৰ অংশকত হোৱাৰ সমান নহ'ব জানো? ল'ৰা-ৰজাৰ দিনলৈকে ৰজাক লৈ হেতালি খেলি, গদাধৰসিংহৰ দিনৰেপৰা চোকা শাসনত পৰি, পাত্ৰ-মন্ত্ৰীসকল ভাগৰি পৰিছিল। ৰজাক লৈ নতুন কিবা এটা সমস্যা এতিয়া আৰু নিবিচাৰে।

বিচৰা হ'লে ফুলেশ্বৰীক 'ৰৰৰজা' বুলি সেৱা কৰিবলগীয়া হওঁতেই কিবা এটা কৰিলেহেঁতেন। সেয়ে বুঢ়াগোহাঁয়ে তপৰাই মাত লগালে,

"মোৱামৰীয়া মহন্তই শাও দিছিল মৃত সন্তান জন্ম হ'ব বুলি। কৈছিল :

'নহৈবেক পুত্ৰ তাৰ নহৈবেক জীয়া
ছুহিবেক হাত-মুখ ছুহিবেক ভৰি
প্ৰসৱ হুইবেক যিৱা সিয়ো বেয়া কৰি ·
সেহিমতে মৰিবেক কৈলোঁ স্বৰূপত।'

এই ব্ৰাহ্মণ-গোসাঁইসৱৰ শাওপাত কেতিয়াও অথলে নাযায়। তাতে মন্দিৰ-দেৱালয়ৰপৰা দেৱমূৰ্তিসৱ পেলাওঁতেও কোনো কোনোৱে শাও দিয়া কাণত পৰিছিল। গতিকে এই বিপদৰপৰা উদ্ধাৰৰ কোনো উপায় নাই দেখিছোঁ।"

বুঢ়াগোহাঁইৰ ইংগিত বেজবৰুৱাই বুজা নাছিল। ইপিনে ফুলেশ্বৰীৰ কাৰণেও তেওঁৰ খুব দুখ লাগি আছিল। সেয়ে ক'লে :

"প্ৰসৱৰ আগত বা প্ৰসৱৰ পাচত সন্তানৰ ক্ষেত্ৰত এইবোৰ খুঁত দেখা পালে আয়ুৰ্বেদ শাস্ত্ৰৰ মতে হ'লে··"

বেজবৰুৱাক শেষ কৰিবলৈ নিদিলে বুঢ়াগোহাঁয়ে। মুখ পাতি ক'লে :

"বেজবৰুৱা, আয়ুৰ্বেদ শাস্ত্ৰই কি কয় সি পিচৰ কথা। আপুনি বৰ্তমান ৰৰকুঁৱৰীৰ চিকিৎসাৰ ব্যৱস্থা কৰিলে স্বৰ্গদেও সুখী হ'ব। শাস্ত্ৰজ্ঞান আমাক নালাগে।"

বেজবৰুৱা গুচি গ'ল। আন পাত্ৰ-মন্ত্ৰীসৱো আঁতৰিল। হৰিনাথ ৰৰপাত্ৰ কিবা সকামত নগৰৰপৰা দূৰত আছিল। ৰহি থাকিল ৰজা আৰু বুঢ়াগোহাঁই। কোনো অপায়-অমংগল নোহোৱাকৈ শান্তিত দিন কটাবলৈ বিচাৰে বুঢ়াগোহাঁয়েও। কিন্তু খবৰ হ'লে সকলো ৰাখে। ৰৰকুঁৱৰীয়ে যে অসুখত পৰাৰ পিচৰপৰা কিবা বিদ্ৰোহৰ কথা কৈ আছে, অহকালে-পহকালে সেই কথা গৈ মোৱামৰীয়াৰ কাণতো যে পৰিছেগৈ— বিদ্ৰোহ কৰিলে ৰাণীয়ে সহায় কৰিব বুলি, এইবোৰৰ খবৰ বুঢ়াগোহাঁয়ে লৈ আছে। চোৰাংচোৱা আৰু সৈন্যবাহিনীক সদায় সাজু কৰি ৰাখিছিল। বুঢ়াগোহাঁই টেঙৰ মানুহ; তেওঁ জানিছিল যে টানি নি মহন্তক দুৰ্গাপূজাৰ বলিৰ ফোঁট দিওৱা ৰৰকুঁৱৰীৰ কথাত মোৱামৰীয়া মহন্ত কেতিয়াও পতিয়ন নাযায়। তথাপি এনে সময়তে ফুলেশ্বৰীৰ কিবা এটা হ'লে দুয়োকূল ৰক্ষা পৰে : ৰজাকো ৰৰকুঁৱৰীৰ বিপক্ষে ক'বলগীয়া নহ'ব, মোৱামৰীয়াৰো চিন্তা কৰি চাবলৈ সময় নাপায়। এবাৰ ৰজাৰ মুখলৈ চালে বুঢ়াগোহাঁয়ে, ইংগিততে কিবা এযাৰ ক'ব পাৰি নেকি! ৰজাৰ চিন্তাযুক্ত মুখ দেখি ভাবিলে, এইবোৰ কথা গুপুত কৰি ৰখাই ভাল। ৰজাৰ অনুমতি লৈ বুঢ়াগোহাঁই গ'লগৈ। ৰজা ৰহি থাকিল। ইমানদিন ৰজা হৈ থকাৰ পিচত সঁচাকৈ তেওঁ চিন্তাত পৰিল ফুলেশ্বৰীৰ কাৰণে। আনকি ছত্ৰভংগ-যোগ পৰোঁতেও তেওঁ ইমান চিন্তাত পৰা নাছিল। এই ফুলকুঁৱৰী, যাৰ নামৰ লৈতে নিজৰ নাম দি মৰা মোহৰ চাই চাই সিদিনা মাত্ৰ দুয়ো হাঁহিছিল, হাঁহি হাঁহি যি ফুলেশ্বৰীয়ে কৈছিল, 'আমি দুয়ো

অমৰ হ'লোঁ জগতত', সেই ফুলেশ্বৰীয়ে ইমান বেয়া কথা আজি তেওঁক শুনালে কিয় ? কবিৰাজ চক্ৰৱৰ্তীয়ে লিখা শকুন্তলা কাব্য শুনি শুনি যি ফুলেশ্বৰীয়ে হাঁহি হাঁহি কৈছিল, 'মোৰ কথাকে লিখিছে নেকি পণ্ডিতদেউ' আৰু কৈ কৈ তেওঁলৈ চাই হাঁহিছিল, সেই ফুলেশ্বৰীৰ মনৰ ভাব ইমান বেয়া কেনেকৈ হ'ল ? ৰোগে মানুহক ইমান বিকট কৰে নে ? তেন্তে কি কৰিছে মোৰ বেজবৰুৱাই ? গোসাঁই-মহন্তৰ শাপতে যদি মোৰ বৰকুঁৱৰী মৰিব লগা হয়, তেন্তে কি হ'ব দেৱীৰ পূজা কৰি ? ভাবি ভাবি ৰজা বহি আছে। লিগিৰীয়ে যতনাই দিয়া লাওপানী খাইছে। মাজে মাজে দুই-এজনী লগনীয়া লিগিৰী আহি ৰজাক লগাই গৈছে : "বৰকুঁৱৰীয়ে স্বৰ্গদেৱৰ কথাকে কিবা বেয়াকৈ কৈ আছে দেখোন। মূৰত জৰ উঠিছেগৈ বোধকৰোঁ।" শুনি শুনি শিৱসিংহৰ অসহ্য হৈছিলগৈ। এবাৰ হঠাতে থিয় হৈ তেওঁ পোনদাহেই বৰকুঁৱৰী থকা কক্ষ পালেগৈ।

ৰজাক দেখি লিগিৰীহঁত আঁতৰি কাষতে বহিবৰ কাৰণে শিৱসিংহক ঠাই কৰি দিলে। বেজবৰুৱাই করুণভাৱে স্বৰ্গদেৱলৈ চালে। শিৱসিংহ নবহিল। লাওপানীৰ নিচাত টলং-ভটং কৰি ফুলেশ্বৰীলৈ চালে। ছিঃ, কি কুৎসিত ৰূপ! ইমান কদাকাৰ হৈছে দেখিবলৈ। কেনেকৈ উশাহ লৈছে! এইজনীকে মই দেৱী বুলি ভাবিছিলোঁ নে ? মোৰ চকুৰ দোষ হৈছিল নেকি ?

ৰজাৰ মুখভংগী দেখি ফুলেশ্বৰী সেই যন্ত্ৰণাৰ মাজতো খঙত জ্বলি উঠিল। সেহাই সেহাই ক'লে, "মোৰ কোনো খেদ নাই, তুমি ইচ্ছামতে হাঁহিব পাৰা। হে স্বৰ্গদেও, হাঁহা। যিমান পাৰা হাঁহা। আনৰ কষ্ট দেখিলে ৰজাই হাঁহিব পাৰে বুলি মই জানো। এই পেটত থকা তোৰ সন্তান মৰিছে, মই আনন্দ পাইছোঁ। আৰু তোক কৈ যাওঁ—মই জন্ম দি গৈছোঁ এক জাগৰণৰ, যি জাগৰণে তোৰ নিচিনা ৰজাক নেলু টিপি মাৰি বাইজে ৰজা হ'ব।" উত্তেজনাত ফুলেশ্বৰীয়ে যন্ত্ৰণা পাহৰি শিৱসিংহৰ নেলু টিপিবৰ কাৰণে উঠি অহাদি আহিল। উপস্থিত সকলোৱে ভয়ত স্বৰ্গদেৱলৈ চালে। লাজে-খঙে শিৱসিংহ অতিষ্ঠ হৈ উঠিল। খঙেৰে বেজবৰুৱাক সুধিলে :

"এইটো বলিয়া হৈয়ে থাকিব নে মৰিব ?"

বেজবৰুৱা নিমাত। উত্তৰ দিলে ফুলেশ্বৰীয়ে, "মই মৰিলেও মোৰ যি ইচ্ছাক আজি তই বলিয়ালি বুলিছ, সেই ইচ্ছাক এদিন বাস্তৱ কৰি তইঁত ৰজাবোৰৰ নেলু কাটিব বিদ্ৰোহী প্ৰজাই। মই সিহঁতৰ বিদ্ৰোহী মনত জীয়াই থাকিম। আৰু তই…তই…" কথা বন্ধ হৈ গ'ল ফুলমতীৰ। খৰকৈ উশাহ ল'বলৈ ধৰিলে।

ৰজাৰ আৰু সহ্য নহ'ল। ওচৰতে থকা বেজবৰুৱাক গৰগৰাই সুধিলে :

"এইটো মৰিব নেকি ?"

"ৰক্ষাৰ কোনো উপায় নাই স্বৰ্গদেও।"

"লিগিৰীহঁত আইচু-দেউতাৰক লৈ যা। এই দৃশ্য মই চাই থাকিব নোৱাৰোঁ।"

লিগিৰীহঁত ভয়ে ভয়ে ওচৰ চাপি আহিল। পূজাৰীয়ে অসহ্য হৈ মাত লগালে :

"এতিয়া মিয়াৰ লাভ নাই। বেছি পৰ থাকিব যেন নালাগে।"

"লিগিৰীহঁতে নিব নোৱাৰিব যেন লাগে। মতা মানুহ হ'লে ভাল হয়।" বেজবৰুৱাই কি ক'ব ভাবি নাপাই এনেকৈয়ে ক'লে।

ফুলেশ্বৰীৰ তেতিয়াও জ্ঞান আছে। এই কথা-বাৰ্তা শুনি তেওঁৰ দুচকুৰেদি চকুপানী বাগৰি গ'ল। মৃত্যু নিষ্ঠুৰ হ'ব পাৰে, মানুহৰ বজা মৃত্যুতকৈও নিষ্ঠুৰ হ'ব পাৰে।

শিৱসিংহই পুনৰ গৰজি উঠিল, "তহঁত লিগিৰীহঁত, এইজনীক দাঙি নিবই নোৱাৰ যদি ইয়াত কাক দেখুৱাবলৈ চকুপানী টুকিছ? যা—ওলাই যা।"

লিগিৰীহঁত ওলাই গ'ল। বজাই কাৰেঙো নোচোৱাকৈ চাউভাং বৰুৱাক মাতি আনিবলৈ আদেশ দিলে।

ফুলেশ্বৰীৰ তেতিয়াও জ্ঞান আছে, কিন্তু মৃত্যুও ওচৰতে বৈ আছে—চিৰশান্তিৰ ঠাইলৈ লৈ যাবলৈ।

ফুলেশ্বৰীয়ে শুনিলে চাউভাং বৰুৱাক মাতি পঠোৱা। আৰু শুনিলে বেজবৰুৱা আৰু পূজাৰীয়ে।

ফুলেশ্বৰীৰ চকুত পানী। পূজাৰী আৰু বেজবৰুৱাৰ চকুত বিতৃষ্ণা। ৰাজকাৰেঙত মুখ-বিকৃতিৰ ঠাই নাই, চকুপানীৰ ঠাই নাই, মৃত্যুমুখীয়ে শান্তিত মৃত্যুক আদৰাৰ ঠাই নাই। ঠাই আছে সম্ভোগৰ, হাঁহিৰ, আনন্দৰ, লাওপানীৰ, আদেশৰ, আদেশ-পালনৰ।

আঁঠু ল'লেহি চাউভাং বৰুৱাই। ফুলেশ্বৰীয়ে দেখিলে। তেতিয়া কিন্তু চকু ঘূৰোৱাৰ শক্তিও হেৰুৱাই পেলাইছিল ফুলেশ্বৰীয়ে। চাউভাং বৰুৱাক স্বৰ্গৰ শান্তিদূত যেন দেখিছে ফুলেশ্বৰীয়ে।

বজাই খঙেৰেই বেজবৰুৱাক সুধিলে, "লৰফৰকে নকৰা হ'ল দেখোন। মৰিল নেকি?"

বেজবৰুৱাই আহি চকু আৰু নাড়ী চালে। তাৰ পাচত ভঙা ভঙা মাতেৰে ক'লে,

"সকলো শেষ হওঁ হওঁ।" তাতে বাখি শান্তিত মৰিবলৈ দিবলৈ আবেদন কৰাদি বেজবৰুৱাই ক'লে।

এইবাৰ বজাই ৰাজকীয় শক্তি প্ৰদৰ্শন কৰি আদেশ দিলে:

"চাউভাং বৰুৱা, কুঁৱৰী মৰিছে। লৈ যাব লাগে। কবৰ দিবগৈ লাগে। ডা-ডাঙৰীয়াক খবৰ দি যথাবিহিত ব্যৱস্থা কৰিব লাগে। আৰু, বেজবৰুৱা, পূজাৰী, আপোনালোক যাওক। লিগিৰীহঁত, লোমাই আহ, পালেঙীখাট সজা। মই ক্লান্ত। বেগেতে বিশ্ৰাম ল'ব লাগে। লাওপানী আনহঁক।"

পূজাৰী, বেজবৰুৱা ওলাই গ'ল। চাউভাঙে মৰা নিয়াদি তেতিয়াও-নমৰা ফুলেশ্বৰীক লৈ গ'ল। পালেঙীখাট সজাবলৈ লৈ হঠাতে লিগিৰীহঁতে হুকহুককৈ কান্দি দিলে। বজাৰ খঙলৈ ভয় কৰি সিহঁতৰ কান্দোনে অপেক্ষা কৰিব নোৱাৰিলে।

ৰাজকীয় গাম্ভীৰ্য্যেৰে ৰজা লাহে লাহে ককৰ্ণৰা ওলাই গ'ল। চাউডাঙে কঢ়িয়াই নিয়া অৱস্থাতে এটা বিকলাংগ সন্তান অৰ্দ্ধপ্ৰসৱ কৰা অৱস্থাতে ২২।২৩ বছৰীয়া ডবা গাভৰু ফুলমতীয়ে শেষ নিশ্বাস ত্যাগ কৰিলে।

হয়তো শেষ নিশ্বাস ত্যাগ কৰিবৰ সময়ত স্বৰ্গৰপৰা গৌৰীনাথ আগুৱাই আহিছিল, তাৰ মৰমৰ ফুলক আগুৱাই নিবলৈ; আৰু, পৃথিবীৰ বুৰঞ্জীত ৰজাৰ হাতৰপৰা শাসন ক্ষমতা কাঢ়ি ল'বলৈ এগোট ৰাইজ সাজু হৈছিল ৰাজতন্ত্ৰক নিৰ্বাসন দি গণতন্ত্ৰ প্ৰতিষ্ঠা কৰিবলৈ। হয়তো শেষ নিশ্বাস ত্যাগ কৰাৰ আগতে ফুলেশ্বৰীয়ে আন্তৰিকভাবে আকৌ এবাৰ কৈছিল, "ৰাইজ, ৰজা, গোসাঁই, মহন্ত সকলোৱেই ভুল বুজক। মোৰ 'কোনো খেদ নাই'। কাৰণ, মই জানো যে ৰজাৰ ভৱিষ্যতক পেটতে মাৰি মই বিপ্লৱক জন্ম দি গৈছোঁ।"

লিগিৰীইত ৰজাক ৰজনোৱাকৈ মনে মনে শ্মশানলৈ গৈছিল। ফুলেশ্বৰীৰ দেহ চিতাত তোলাৰ আগতে ধাই লিগিৰীয়ে আগুৱাই গৈ ফুলেশ্বৰীৰ মৃতদেহৰ কপালত ডাঙৰকৈ এটা সেন্দূৰৰ ফোঁট আৰু শিৰত সেন্দুৰ দি দিছিল। মৰাৰ আগতে ফুলেশ্বৰীয়ে কৈ থৈছিল, তেওঁ মৰিবৰ সময়ত যেন লিগিৰীয়ে সেন্দুৰ দি দিয়ে। নহ'লে সিপুৰীত গৌৰীনাথে প্ৰথম লগ পাওঁতে শিৰত সেন্দুৰ নেদেখিলে বেয়া পাব। কিন্তু ফুলমতীক চাউডাঙে উলিয়াই অনা সময়ত লিগিৰীইতক ৰজাই খেদি দিয়াৰ কাৰণে সিহঁতে ফুলেশ্বৰী মৰাৰ আগতে সেই সেন্দূৰ দিব নোৱাৰিলে।

"ববৰুৱা, সেই কালটোক পোতা হল নে ?"

'হয় স্বৰ্গদেও। পূজাৰীদেউৰ নিৰ্দেশমতে প্ৰথমে শৱ দাহ কৰি তাৰ ওপৰত মৈদাম দিয়া হৈছে। পূজাৰীয়ে ক'লে, দেৱীধৰ্ম গ্ৰহণ কৰা লোকক পুতিব নাপায়।"

"কিহৰ দেৱীধৰ্ম লোৱা মানুহ। সাধাৰণ নটৰ ঘৰৰ ছোৱালী ; ৰাণী হ'লেই ভাল হ'ব নে ?"

"হওঁতে হয় স্বৰ্গদেও।"

"মহাপাপী আছিল তাই। মৰিবৰ সময়ত মুখৰ আকৃতি দেখিয়েই বুজিছিলোঁ মই। তাই আৰু কিছুদিন থাকিলে ৰাজ্যকে লণ্ড-ভণ্ড কৰিলেহেঁতেন। মৰিবৰ সময়ত তাই যিবোৰ কথা বলকিলে, মোৰ মনত পৰিলে এতিয়াও খঙত গা কঁপে।"

"ক'ব লাগিছে নে স্বৰ্গদেও।" থাওকতে গল্প সাজিলে ববৰুৱাই, কাৰণ, ৰজাক সন্তুষ্ট কৰাই ববৰুৱাৰ লক্ষ্য—যদিও মনে মনে জানে যে ফুলেশ্বৰীৰ নিচিনা ৰাণী আৰু এই সিংহাসনৰ ভাগ্যত নাই। "তেন্তে শুনক স্বৰ্গদেও, আপুনি নিজে বৰকুঁৱৰী পাপী আছিল বুলি কোৱাত হে ক'বলৈ সাহ কৰিছোঁ। বৰকুঁৱৰীৰ মৈদামৰ তলৰপৰা একে বাতিয়েই এসুঁতি পানী ওলাই দিজৈখনা নৈত পৰিলহি। পিচদিনা সেই পানী খোৱা গৰু কেবাটাও পানী খাই থাকোঁতেই মৰিল। প্ৰমাণ চাবলৈ পিচদিনাও ছাগলী কেইটামানক তাৰ পানী খুৱাই চাই একে ফল পোৱা হ'ল। কালি মানুহ এটাক খুৱাই চায়ো একে ফল পোৱা হ'ল। ইমান পাপী যে স্বৰ্গদেও, মৈদামৰ ভিতৰত পুৰি ছাই কৰি সুমুৱাই থোৱাৰ পাচতো পানী হৈ বৈ আছে—প্ৰাণী হত্যা কৰিবলৈ।"

ৰজা সন্তুষ্ট হ'ল। সেই নৈৰ পানী খাব নাপায় বুলি ঘোষণা কৰি দিবলৈ ববৰুৱাক নিৰ্দেশ দিলে।

তাৰ পাচত ৰজাই ৰাজকীয় হাঁহি এটা মাৰি ক'লে, "এইবাৰো তেনে আপুনিয়েই আকৌ এগৰাকী 'বৰৰজা' পাতক। অলপ বুজন বয়সৰ হ'লে ভাল হ'ব যেন লাগে।"

## ॥ পুনশ্চ ॥

ফুলমতীৰ মৃত্যুৰ পাচত ৰজা শোকত অভিভূত হৈছিল নে? নাই। তেনেকুৱা শোক কাক বোলে ৰজা শিৱসিংহই নাজানিছিল। একলহ লাওপানী শেষ হ'লে নতুন একলহ অনাৰ দৰে ফুলেশ্বৰীৰ মৃত্যুৰ পাচতে ছুটা ল'ৰাৰ মাতৃ মিৰি-সন্দিকৈ সলাল গোহাঁইৰ ভাৰ্য্যাক গিৰিয়েকৰ বুকুৰপৰা চোঁচোৰাই আনি বিয়া কৰালে। বোধকৰোঁ ইতিমধ্যে ৰজাক অমাঘ্ৰাত কুসুম বা প্ৰথম যৌৱন পোৱা সক সক ছোৱালীৰ সংগ-সুখে আমুৰাইছিল। এই নতুন কুঁৱৰীৰ ৰজা-ঘৰত আহি এটি সন্তান হয় আৰু সেইটি শিৱসিংহৰ ঔৰস হোৱা বুলি বুৰঞ্জীয়ে কয়। কিন্তু ৰজা হোৱাৰ আগৰ বিবাহিত জীৱনৰ কাল বাদ দিলেও ৰজাই ৰাজপাট খোৱা ৩০ বছৰ কালৰ ভিতৰত এই কাচি অনা তিৰোতাগৰাকীৰ এটি সন্তান হোৱাৰ উল্লেখ থকাৰ বাহিৰে শিৱসিংহৰ কোনো সন্তান হোৱা নাছিল—যদি আমি ফুলেশ্বৰীৰ গৰ্ভ-নিসৃত মৃত কুষ্মাণ্ডপ্ৰায় সন্তানৰ কথা বাদ দিওঁ। ৩০ বছৰত এটি সন্তান, সিও আগতে ছুটি সন্তান থকা এগৰাকী মাতৃৰ। সেয়ে, এই মাতৃগৰাকীক আনোতে তেওঁৰ গৰ্ভতে এই তৃতীয় সন্তানটি আহিছিল বুলি ভবাৰ থল আছে। কোনে জানে হয়তো কোনোবা ডাঙৰীয়াই বুদ্ধি কৰিয়েই সগৰ্ভা অম্বিকাক ৰজাৰ কুঁৱৰী কৰি আনিছিল—যাতে ৰজাৰ ঘৰত জন্ম লৈ সলাল গোহাঁইৰ সন্তানটি শিৱসিংহৰ পিচতে ৰজা হ'ব পাৰে। হয়তো পিচত সেই ফন্দি ধৰা পৰিছিল, সেয়ে শিৱসিংহৰ মৃত্যুৰ পাচত ডাঙৰীয়াসকলে, ৰুদ্ৰসিংহই কৈ যোৱা বুলি দোহাই দি সেই সন্তানক ৰজা হ'বলৈ নিদি শিৱসিংহৰ ভায়েকক হে ৰজা পাতিলে। পেটত শূল মাৰি ধৰি অম্বিকা ঢুকায়। ফুলেশ্বৰীৰ দৰে একেদৰে ৰোগী শিৱসিংহৰ লগত সহবাস কৰাৰ ফলত বিকৃত সন্তান গৰ্ভধাৰণ কৰি মৰা নাইতো?

অম্বিকাদেৱী মৰিল কি হ'ল? লগে লগেই শিৱসিংহই মাতৃবিয়াল লাইথেপেনা বৰগোহাঁইৰ পুতেক ভগাজনা সলাল বৰগোহাঁইৰ জীয়েক আৰু কালুগাঁৱৰ বৰপাত্ৰৰ ঘৈণীয়েক অনাদৰীক ধৰাই আনি সৰ্বেশ্বৰী নাম দি বৰকুঁৱৰী পাতিলে। এওঁৰো ল'ৰা-ছোৱালী নহ'ল।

বুৰঞ্জীত উল্লেখ আছে অম্বিকাদেৱী আৰু সৰ্বেশ্বৰীকো 'বৰৰজা' উপাধি দিয়া হৈছিল। আচলতে এওঁলোক নামত হে বৰৰজা আছিল। ফুলেশ্বৰীৰ মৃত্যুৰ পাচত, আৰু ফুলেশ্বৰী বৰৰজা হোৱাৰ আগতে, এই ৰাজত্বত আন কোনো দ্বিতীয় ৰমণীয়ে আপোন বুদ্ধিৰ বলত প্ৰকৃততে ৰাজকাৰ্য্য চলোৱা নাছিল। হয়তো ফুলেশ্বৰীৰ প্ৰাধান্য খৰ্ব কৰিবৰ কাৰণেই পিচৰ দুগৰাকী বৰকুঁৱৰীকো 'বৰৰজা' বোলা হৈছিল।

বাপেকে যাৰ কাৰ্য্যক্ষমতাক সন্দেহ কৰিছিল, সেই শিৱসিংহ, ৰজাৰ পুতেক কাৰণে ৰজা হোৱা শিৱসিংহ, কৃষ্ণৰাম ন্যায়বাগীশৰ আগত শিৰ দোঁৱাবলৈ লাজ পাই

পাহাৰত উঠি দীক্ষা লোৱা অভং শিৱসিংহ, এনেয়ে ৰজা হোৱাহি এদিন এনেয়ে মৰি থাকিল।

ভাণ্ডাৰীয়াসকলৰ চকুৰ হল হৈ পৰিছিল ফুলেশ্বৰী। কিন্তু বুদ্ধিমতী ফুলেশ্বৰীক বলে নোৱাৰি ভাণ্ডাৰীয়াসকলে সহি আছিল। সেয়ে ভাণ্ডাৰীয়াসকলে লিখোৱা বুৰঞ্জীত ফুলেশ্বৰীক উপেক্ষা কৰাটো একো আচৰিত কথা নহয়। ফুলেশ্বৰীৰ মৃত্যুৰ ৩৮ বছৰ পাচত হোৱা মোৱামৰীয়া বিদ্ৰোহৰ কাৰণে ফুলেশ্বৰী কেনেকৈ দোষী, সেই কথা ভাবিলে আচৰিত হ'ব লাগে। মনোকষ্ট পোৱা মোৱামৰীয়া ৩৮ বছৰ বৈ আছিল নে পোটক তুলিবলৈ? খুব সম্ভৱ ফুলেশ্বৰীয়ে মোৱামৰীয়া-মৰাণৰ বিদ্ৰোহ কৰাব খোজা কথা লাহে লাহে তেওঁ মৰাৰ পাচত দুই-একৰ কাণত পৰিছিল। পিচত সেই কথাকে বুৰঞ্জীত সেই ৰূপে দিয়া হ'ল।

মোৱামৰীয়া বিদ্ৰোহ বিফল হ'ল। শাসন আৰু নেতৃত্বৰ অভাৱত মোৱামৰীয়াসকলে অসীম সমূহীয়া শক্তিক নিয়মমতে কামত লগাব নোৱাৰিলে। কিন্তু ৰাজতন্ত্ৰৰ স্বেচ্ছাচাৰৰ বিৰুদ্ধে এইটোৱেই আছিল অসমৰ প্ৰথম গণবিদ্ৰোহ আৰু হয়তো হৰিনাথে ভনীয়েক ফুলেশ্বৰীক বিশ্বাসঘাতকতা নকৰা হ'লে এই বিদ্ৰোহে প্ৰায় দুকুৰি বছৰ আগতে গা দেখা দিলেহেঁতেন।

ফুলমতীৰ প্ৰকৃততে দুখ নাই; মানুহে তেওঁক পাহৰিলেও অত্যাচাৰ-অনাচাৰ আৰু ৰাজতন্ত্ৰৰ বিৰুদ্ধে বিদ্ৰোহ কৰিবলৈ কেতিয়াও নাপাহৰিলে। আৰু সেই বিদ্ৰোহৰ ৰক্তত অমৰ হৈ থাকিল ফুলমতী।



## ॥ এক ॥

: তুমি তাৰ মানে উত্তৰ নিদিয়া ?

চিগাৰেট জ্বলাই পেলাই দিয়া জুইশলা-কাঠিৰ খাওৰ-দাহৰ সম্ভাৱনা ছাইদানীৰ পানীকণত ফোচ্ কৰি নোহোৱা হোৱাৰ দৰে জীৱনজিৎ বৰুৱাৰ প্ৰশ্নৰ উত্তেজনাও নিজে শব্দ কৰি নিমাত হ'ল। কোঠাটোত কোনো প্ৰতিক্ৰিয়া তুলিব নোৱাৰিলে। নিমিষাই একো আমনি অনুভৱ কৰাৰ চিন নেদেখুউৱাকৈ নিমাতে একেদৰে উল গুঁঠি থাকিল। একেটা প্ৰশ্নকে পুৱাই কৰোঁতে নিমিষাই দুই-এবাৰ চাৱনিৰে বৰুৱাক খং কৰি দেখুৱাইছিল। এইবাৰ তাকো নকৰিলে।

: মই কিন্তু এৰা মানুহ নহয়। মোৰ খং তুমি এতিয়াও দেখা নাই।

নিমিষাই এইবোৰ কথা শুনাৰ কোনো লক্ষণ নেদেখুৱালে।

জীৱনজিৎ বৰুৱা দৃঢ়সংকল্প। তেওঁ চাব, নিমিষাই কিমানলৈকে জেদ ৰাখিব পাৰে। ইমান অশান্তি তেওঁ কেতিয়াও সহ্য কৰিব নোৱাৰে। তাতকৈ হয় নিমিষা গুচি যাওক, নহ'লে তেওঁ গুচি যাব। নেৰে, নেৰে, নেৰে, তেওঁ কেতিয়াও নেৰে। অফিচৰ চাকৰি যাওক, পৃথিৱী ধ্বংস হওক, কলা-শিল্পৰ সাধনা যাওক, মান-সন্মান যাওক (অৰ্থাৎ নিমিষাই পাৰে যদি তেওঁৰ নাক-কাণ কাটি তেওঁক এৰি যাওক), তথাপি তেওঁ নেৰে। জীৱনৰ বহুত দিনৰ সাধনা এটা সফল কৰিবলৈ যোৱাৰ পথত বিধি-পথালি কৰা কাকো তেওঁ ক্ষমা কৰিব নোৱাৰে। জীৱন মানেতো আৰু ঘৈণীয়েকৰ লৈতে বজাৰ-সমাৰ কৰি ঘৰ কৰি থকাটোৱেই নহয়। আৰ্টৰ প্ৰতি অনুৰাগ থকা জীৱনৰ পৰিসৰ বৰ বহল। এই কথাটো যদি তেওঁ কোনোবা দিনা নিমিষাৰ মূৰত সুমুৱাই দিব পাৰিলেহেঁতেন!

বিচনাত বহি থকা অৱস্থাতে বৰুৱাই পালেঙৰ ঔঠৰা-খুঁটিত মূৰটো আউজাই কোঠাটোৰ চাৰিওফালে চালে। ধুৱনিকৈ সজোৱা কোঠাটো। কাঠৰ আচবাব-পত্ৰবোৰ নতুন হৈয়ে আছে। ড্ৰেচিং-টেবুলৰ ফুলদানীত ফুলো আছে। ইমান পৰিপাটি এটা কোঠাত বহি বৰুৱাৰ নিজৰ মূৰৰ ভিতৰখন বৰ অবিন্যস্ত যেন লাগিল। অথচ তেওঁৰ মূৰটোকো নিমিষায়েই আকৌ পৰিপাটি কৰিব পাৰে— কোঠাটো কৰাৰ দৰেই। কিন্তু নকৰে। সামান্য এটা প্ৰশ্নৰ উত্তৰ পুৱাৰেপৰা এই দিনৰ এক বজালৈকে তেওঁ নিমিষাৰ মুখৰপৰা উলিয়াব পৰা নাই। তেওঁক ইমান কষ্ট দি ভালপোৱা মানুহজনীৰ মনত তেওঁৰ প্ৰতি কিবা মৰম থকাটো সম্ভৱ হ'ব পাৰে নে ?

গুৱাহাটীৰ শাওণৰ ৰ'দে কোবোৱা ভৰ-দুপৰটোক এইমাত্ৰ খিৰিকীয়েদি বাহিৰলৈ চাই আৱিষ্কাৰ কৰিলে জীৱনজিৎ বৰুৱাই। ৰ'দ-গধুৰ দুপৰীয়াৰ হেঁচাত গছৰ ডালত পৰি বহুত পৰ ছটফটাই থকা কাউৰীজনী হঠাৎ ঠোঁট মেলি থৰ হৈ বৈ গ'ল। অদূৰত ডাঙৰ ৰাস্তাইদি গুঁজৰি যোৱা মটৰ-গাড়ীৰ শব্দ; তাৰ মাজে মাজে ভাঁহি

আহিছিল—মেটমৰা দুপৰীয়াটোক কণোৰ কণে দূৰ দূৰে গুণ টানি নিয়াৰ সুৰ। কাষৰে গেলা বিলখনত পানী-মেটেকাবোৰ ৰ'দত বেছি সেউজীয়া যেন লাগিল। বিপদ আহিলে সকলো দুখ-যন্ত্ৰণাই গা কৰি উঠি এইদৰেই জীৱন ছাটি ধৰে। মদাৰ গছজোপাটৈল বগাই উঠিব খুজি শামুক এটা বৈ গ'ল—হয়তো নিজ গতিহীনতা আৰু মন্থৰতাৰ মাজত পাৰ্থক্য আছে বুলি বকৰাক বুজাবলৈকে। শিলপুখুৰী অঞ্চলত আজি কিছুদিন ধৰি এইবিধ শামুকৰ প্ৰাদুৰ্ভাৱ অত্যাচাৰত পৰিণত হৈছেগৈ। বৰ ঘিণ লাগে। কদৰ্য্যও। ৰ'দৰ তীব্ৰতাই বকৰাৰ চকু দুটা সৰু কৰি দিলে। হঠাৎ গুৰুংকৈ আকাশত শব্দ হ'ল। বকৰাই ওপৰলৈ চাই দেখিলে, ৰ'দে পখালি থোৱা আকাশৰ পশ্চিম-কোণত কৈতুৰি-ক'লা এৰণলা ডাৱৰ। বৰষুণ এজাক আহিলে বৰ ভাল লাগিব। বাঃ, গছ-পাতবোৰ অকণ অকণ কঁপিছে, তাৰ মানে ইমান পৰে খৰ লাগি থকাৰ পিচত বতাহ বৈছে। এই মদাৰ গছজোপাক বকৰাৰ অকণো ভাল নালাগে। ল'ৰা-ছোৱালীৰ পেটত পেলু হ'লে তাৰ পাতৰ ৰস খুউৱাৰ বাহিৰে আন কোনো প্ৰয়োজন নাই। অৱশ্যে বিহুগীতত মদাৰ গছত বগোৱা পাণৰ উল্লেখ আছে। বগাওক বাৰু পাণ, দেখিবলৈকে ভাল হ'ব। এনেয়ে এই লঠঙা গছডাল ইয়াত কেলেই? বছৰেকত এবাৰ ফুলি নিজে নিজক জাহিৰ কৰি মৌ-লোভী পতঙ্গক বিভ্ৰান্ত কৰা এই গছডাল প্ৰতাৰণা আৰু ফোঁপোলা চৰিত্ৰৰ প্ৰতীক যেন লাগে। এই গছডাল দেখিলে বৰ গৰম লাগে বকৰাৰ।

ওচৰতে হাত মেলি পোৱা গাঁকটোকে আনি বকৰাই বুকুৰ নোমৰ মাজত পিৰপিৰাই থকা ঘামবোৰ মচি পেলালে। চালে। বকৰাৰ বুকুৰ ঘামেৰে তিতা অংশতে এডাল দীঘল চুলি লিপিত খাই লাগি আছে। নিমিষাৰ চুলি। সেই চুলিডাল বকৰাৰ বুকুতে লাগি আছিল বুলি আৰু ঘাম মচোঁতে বুকুৰপৰা গাঁকত লাগিল বুলি ভাবিবলৈ বকৰাই ভাল পালেহেঁতেন। কিন্তু তেনেকৈ ভবাৰ উপায় নাই বকৰাৰ। যোৱা নিশা নিমিষাই বকৰাৰ বুকুত মূৰ থোৱা নাই। কথাটো মনত পৰি বকৰাৰ বুকুখন বৰ খালী খালী লাগিল। গাঁকটোত নিমিষা নিমিষা গোন্ধ।

খিৰিকীৰে বাহিৰলৈ চাই বহি থকা অৱস্থাৰপৰাই বকৰাই কোঠাটোৰ ভিতৰলৈ চকু ঘূৰালে। গাঁকটোৰ গোন্ধটোৱে তেওঁক এবাৰ নিমিষালৈ চাবলৈ মনত পেলাই দিলে। ৰ'দলৈ বহুত পৰ চাই থাকি ঘৰৰ ভিতৰলৈ চাই দিলে গোটেইখন এন্ধাৰ এন্ধাৰ লাগে। কোঠাটোৰ ভিতৰত একো নেদেখিলে বকৰাই। বুকুখন চিৰিং কৰি গ'ল। এইদৰে এদিন নিমিষা হেৰাই গ'লে বকৰাই কি কৰিব বাৰু? লাহে লাহে ড্ৰেচিং-টেবুল, চকী, বিচনা বকৰাৰ চকুত ধৰা পৰিল। নিমিষাও। একেদৰেই ফেন্‌খন আগত লৈ উল গুঁঠি আছে। এবাৰো বোধকৰোঁ লৰচৰো কৰা নাই। জাৰ-কালিৰ জাৰৰপৰা ৰক্ষা পাবলৈ হ'লে গৰমকালিতে গৰম কাপোৰ গুঁঠিব লাগিব; তেহে ওলাবগৈ। সঁচা কথা। কিন্তু সেইবুলি শাওণৰ ভৰ-দুপৰীয়াৰ গৰমত ভাত-পানী নোখোৱাকৈ উলৰ কিবা এটা একান্তমনে গুঁঠি থকাৰ অৰ্থ আছে নে বাৰু?

টেবুল-ফেন্‌খনৰ মুখামুখিকৈ বহি লৈ মিমিবাই উজ গুঁঠি আছে। ফেন্‌খন এনেকুৱাকৈ গাবে ঢাকি লৈছে যে তাৰ অকণমান বতাহো আহি বকৰাৰ গাত লাগিবহি পৰা নাই। অথচ বকৰাবো সমানে গৰম লাগিছে। এই গৰম, মিমিযাৰ এই ব্যৱহাৰ, মনৰ এই অশান্তি—সকলোবোৰে যেন বকৰাক বলিয়া কৰি দিলে। ছবছৰীয়া বৈবাহিক জীৱনত, তাৰ আগৰো তিনি বছৰৰ প্ৰণয়কালত, বকৰাই নিমিযাক কৰা বহুত প্ৰশ্ন উত্তৰ নোপোৱাকৈ পাহৰি গৈছে। কিন্তু আজিৰ কথাটো বেলেগ, আজিৰ প্ৰশ্নটো বেলেগ। এই প্ৰশ্নৰ উত্তৰত বকৰাৰ গোটেই ভৱিষ্যৎ জীৱনৰ শান্তি, বৰ্ত্তমান জীৱনত কাম কৰাৰ স্পৃহা, আনকি নিমিযাৰ লগত ভৱিষ্যতে কেনে ধৰণৰ সম্বন্ধ হ'ব—তাকো নিৰ্ভৰ কৰিছে। এই প্ৰশ্নৰ উত্তৰ নোপোৱাকৈ এৰি দিয়া মানে তেওঁৰ গোটেই জীৱনটো মিমিযাক খুলি খুলি খাবলৈ দিয়া। সেইটো কেতিয়াও হ'ব নোৱাৰে। গৰ্ব কৰিয়েই ভাবিলে বকৰাই—তেওঁৰ নিচিনা শিল্পী-জীৱনৰ সীমা কেৱল ঘৰৰ চাৰি বেৰৰ মাজত থকা নিজৰ পৰিয়ালৰ আয়তন ঘেৰিয়েই নাথাকে, বৰঞ্চ পৃথিৱীৰো সীমা পাৰ হৈ যায়। সংস্কৃতিৰ পোহৰেৰে, শিল্পীৰ মৰমেৰে, পৃথিৱীৰ ঘৰে ঘৰে আনন্দৰ পোহৰ বিলাব লাগিব। শিল্পী মানৱতাবাদী, পৃথিৱীৰ মানুহক উন্নততৰ জীৱনৰ সোৱাদ দিব লাগিব। এইবোৰ কথা লৈ বকৰাৰ কেতিয়াবা কমিউনিস্ট বন্ধুৰ লগত তৰ্কও লাগিছে। সিহঁতৰ মতে মানৱতাবাদৰ নামত বিপ্লৱৰ প্ৰকৃত পথ এৰি আকাশত চাং পতা শিল্পীয়ে ৰাইজ বা দেশৰ একো উন্নতি কৰিব নোৱাৰে। বকৰাৰ মতে, ৰাজনীতি আৰু শিল্প-কলা বেলেগ বস্তু। সিহঁতৰ মতে, সুবিধাবাদীয়ে গা এৰা দিবলৈ সদায় সেইদৰে ভাবে। সিহঁতৰ কথা বাক বাদ, নিজৰ মৈণীয়েকজনীৰ মনটোকে বকৰাই আজিলৈকে বুজিব পৰা নাই। এটা হুমুনিয়াহ এৰি বকৰাই ভাবিলে—হয়তো সদায় এনেকুৱাই হয়, শিল্পীক জীৱন-কালত কোনেও নুবুজে। বকৰাৰ এচাম বন্ধুমহলৰ মতে, ডাঙৰ শিল্পীৰ জীৱনৰ কিছুমান দোষ-ভুল অনুকৰণ কৰি নিজকো সেইসকলৰ লগত তুলনা কৰি তৃপ্তি পোৱা বুদ্ধি-হ্ৰস্ব এচাম তথা-কথিত শিল্পীৰ প্ৰতীকস্বৰূপ জীৱনজিৎ বকৰা। এনেকুৱা কথা শুনি বকৰাৰ কেতিয়াবা বেয়া লাগে। কিন্তু নিজৰে নিচিনা আন কেজনমানৰ লগত শিল্পীৰ মহৎ আদৰ্শৰ বিষয়ে আলোচনা কৰোঁতে সেইবোৰ বন্ধুৰ সমালোচনা বতাহত যোঁৱা উৰাদি উৰি যায়।

সেই সমালোচনা কৰা বন্ধুবোৰক, এই গৰমটোক, এই মদাৰ গছবোৰক, এই শামুকবোৰক, এতিয়া পেটত লগা ভোকটোক, মিমিযাৰ আজিকালিৰ কথাৰ সুৰ আৰু ধং আৰু এতিয়াৰ ব্যৱহাৰক, বেয়া পায় বকৰাই। বেয়া, বেয়া, বেয়া পায়। বৰ বেয়া পায়। সহ্য কৰিব নোৱাৰাকৈ বেয়া পায়। শাওণৰ গৰম, ওফোন্দা মুখৰ মিমিযা আৰু আগ-জোডা শলাকিভালত উলসোপা—এই এটাইকিটাক একেলগে বকৰাই আৰু-বেছি বেয়া পায়।

আজি বাতিপুৱাৰেপৰা একেটা প্ৰশ্নকে নিমিযাক কৰি আছে বকৰাই। চাহ কৰাৰপৰা ভাত বন্ধালৈ সকলো কাম সহজভাৱে কৰি গৈ আছে মিমিযাই। কিন্তু

বকৰাৰ প্ৰশ্নটোৰ উত্তৰ দিয়া নাই। মনে মনে থকাটোৱে যদি সমৰ্থন কৰা বুজায়, তেন্তে বকৰাৰ সন্দেহটো সঁচা হয়। সঁচা হ'লে জীৱনটোত বহুত ওলট্-পালট্ হৈ যাব। বকৰাই ভাবে, তাৰ কাৰণেও তেওঁ প্ৰস্তুত আছে। কিন্তু সেই কথা খোলোচাকৈ নিমিষাই কৈ দিব লাগিব। বকৰাৰ মনটোৱে কিন্তু কয়, বকৰাৰ সন্দেহ সঁচা নহয়। নিমিষাই বকৰাৰ খং তুলি ৰগৰ চাইছে। এতিয়াই যি কোনো এবাৰ খিলখিলকৈ হাঁহি বকৰাৰ গাত বাগৰি পৰিব। সেইকণৰ আশাতে বৈ আছে বকৰা। এনেকুৱা ধুৰালি বকৰাই ভাল পায়। কিন্তু আজি কিছুদিন ধৰি এনেকুৱা কিছুমান ঘটনা ঘটি থাকিছে যে বকৰাৰ মনটোৱে কৰা আশাটো পূৰ্ণ হোৱাৰ সম্ভাৱনাৰ বিষয়ে সন্দেহ হয়। ভয় হয়। সেয়ে বকৰাই আজি পুৱা নিমিষাই কৰা মন্তব্যটোৰ বিষয়ে ( সঁচা কথা কবলৈ হ'লে মন্তব্যটো মিছাকৈ ধেমালিতে কৰা বুলি ) নিমিষাৰ মুখৰপৰা শুনাকৈ শান্তি পোৱা নাই।

আন ঘটনাবোৰৰ লগত সম্বন্ধ নথকা হ'লে আজি পুৱাৰ ঘটনাটো বৰ ডাঙৰ নহয়। কিন্তু আজি এমাহ ধৰি নিমিষাৰ ব্যৱহাৰ লক্ষ্য কৰিলে আজি পুৱাৰ ঘটনাটো অতি তাৎপৰ্য্যপূৰ্ণ। এই ঘটনাই বকৰাৰ সুখৰ সংসাৰ আৰু শিল্প-সাধনাৰ সকলো সপোন নষ্ট কৰি জীৱনটোকে নষ্ট কৰিব পাৰে। গতিকে, যিমানেই ভয়ানক হওক, বকৰাই জানি ল'ব খোজে, জানি লৈ তাৰ কাৰণে সাজু হ'ব খোজে।

আজি পুৱা বকৰাই নিমিষাতকৈ আগতে সাৰ পাই বিচনাতে এলাহ কৰি শুই আছিল। কিছুদিন ধৰি নিমিষাই ৰাতি বিচনাত বকৰাৰ লগত স্ত্ৰীৰ দৰে সহযোগ কৰা নাই। বকৰাই গাত হাত এখন দিলেও খেংখেঙাই উঠে। যৌন-বিজ্ঞানৰ কিতাপ পঢ়ি বকৰাই বুজিছে, বিয়াৰ পিচত কিবাকিবি বহুত কাৰণত বৈণীয়েকৰ কেতিয়াবা এনেকুৱা একোটা "ক্ৰিজিড্ পিৰিয়ড" বা ৰতি-বিৰাগ কাল আহে। সেই কাৰণে বকৰাই বৰ বেছি জোৰো কৰা নাই। তাৰ উপৰি ছবি অঁকা, লিখা আদি কাম বেছি হোৱাৰ কাৰণে ৰাতি শোওঁতে বকৰা ভাগৰিয়েই শোৱে। আজি কিন্তু ৰাতিপুৱা নিমিষাই সাৰ পাই উঠি আহিব খোজোঁতে বকৰাই বৈণীয়েকৰ শাড়ীখনত খামোচ মাৰি ধৰিলে। নিমিষাই জোৰ কৰি বকৰাৰ হাতৰ মুঠিৰপৰা শাড়ীখন একবাৰ নোৱাৰিলে। একবাৰ নোৱাৰি অতি বিৰক্তিৰে বকৰাৰ মুখলৈ চালে। শাড়ীখন ধৰি থাকিয়েই বকৰাই ক'লে : কি হৈছে তোমাৰ আজিকালি ? ইমান খং কিহৰ ? নিমিষাই একো উত্তৰ নিদিয়া দেখি ৰগৰ কৰিয়েই বকৰাই সুধিলে : নে আজিকালি মোক একেবাৰে ভাল নলগা হ'ল ? বকৰাই ভাবিছিল, এই প্ৰশ্নবো উত্তৰ নিদিলে চুমা খোৱাৰ ছলেৰে দুখ পোৱাকৈ কামুৰি দিব। ইতিমধ্যে বকৰাৰ হাতৰপৰা শাড়ীখন একবাৰ নোৱাৰি গৰমত নিশা একবস্ত্ৰা হৈ শোৱা নিমিষাই বহা অৱস্থাতে এপাক ঘূৰি গাত শাড়ীৰ পাকটো নোহোৱা কৰিলে। তাৰ পিচত এইবাৰ প্ৰশ্নৰ উত্তৰ অতি কঠোৰভাৱে দিলে : তোমাক এতিয়াও ভাল পাই আছোঁ বুলি তুমি কেনেকৈ ভাবিছা ?—এইবুলি কৈয়েই শাড়ীখন বকৰাই ধৰা অৱস্থাতে এৰি থৈ শৰীৰত একো কাপোৰ নোহোৱাকৈ নিমিষা বিচনাৰপৰা নামি আহিল। নিমিষাৰ

উত্তৰে বকৰাৰ মনৰ সকলো ভাল-লগা সপোন শেষ কৰি দিলে। বকৰাই চালে, নিমিষাই অতি স্বাভাৱিকভাৱে নাঙঠ হৈ গৈ আলনাত থকা আন কিবা কাপোৰ পিন্ধিবলৈ বিচাৰিছে। বকৰাৰ চিনা মানুহ এটাৰ আগত যেন আবৰণ কোনো প্ৰয়োজন নাই। শৰীৰৰ কিবা গুপুত সত্যক ঢাকি ৰাখি যেন বকৰাক আৰু নিমিষাই আকৰ্ষণ কৰিব নোখোজে। অকণো খৰ-খৰ নকৰাকৈ নিমিষাই আলনাৰপৰা আন এখন শাড়ী আনি পিন্ধা বকৰাই চাই থাকিল। হাতত থাকি যোৱা শাড়ীখনৰপৰা মুঠি ঢিলা কৰি বকৰাই নিজৰ চুলিবোৰ লিৰিকি-বিদাৰি চালে। ইমান কঠুৱা ব্যৱহাৰ যে নিমিষাই কৰিব পাৰে, নিমিষাৰ যে তলে তলে ইমান পৰিৱৰ্তন হৈছে, সেই কথা বকৰাই নিজৰ ব্যস্ততাৰ মাজত আজিলৈকে মনেই কৰা নাছিল। নিমিষাতো কেতিয়াও আজিৰ দৰে অকণো লাজ নকৰাকৈ, হাত এখনেৰেও নিজক ঢাকিবলৈ চেষ্টা নকৰাকৈ বকৰাৰ আগত নাঙঠ হোৱা নাছিল! বকৰাই জীৱনত আজি প্ৰথম অনুভৱ কৰিলে যে চকুত কামনাৰ বং নাথাকিলে, দুয়ো পক্ষৰ মনে সপোন নৰচিলে, চকুৰ আগত থকা উলঙ্গ নাৰীমূৰ্তিয়ে পুৰুষক তীব্ৰ অৱজ্ঞা কৰাৰ পৰিচয় হে দিয়ে।

'তোমাক এতিয়াও ভাল পাই আছোঁ বুলি তুমি কেনেকৈ ভাবিছা?'—এনেকুৱা এষাৰ কথা কওঁতে নিমিষাৰ মাত কঁপা নাই, নিমিষাই চকু খোৱা নাই, অতি থিৰেৰে যেন শব্দকিটা উচ্চাৰণ কৰিলে নিমিষাই, আৰু সেই থিৰ বেছি প্ৰকট কৰিবলৈকে যেন তেওঁৰ আগত অতি সহজভাৱে নাঙঠ হৈ দিলে। কি হ'ল নিমিষাৰ? তেন্তে বকৰাই ভবাটোৱেই সঁচা নেকি? আন কাকো ভালপোৱাৰ প্ৰমাণতো বকৰাই পোৱা নাই! বকৰাইতো একো বেয়া ব্যৱহাৰ কৰা নাই! বকৰাৰ জীৱনলৈ এইটো আকৌ কেনেকুৱা ধৰণৰ বিপদ আহিল! নিমিষাৰ আজিৰ ব্যৱহাৰে বকৰাক আজি এমাহৰ বহুত ঘটনাই মনত পেলাই দিলে। প্ৰতিটো ঘটনা সেই সেই সময়ত একোটা অকলশৰীয়া ঘটনা হিচাপে বিশেষ মন কৰিবলগীয়া একো নাছিল। কিন্তু এই সকলোবোৰ ঘটনাৰ মাজত যেন এক যোগসূত্ৰ বিচাৰি পালে। অবাক হৈ চিন্তা কৰি বিচনাতে পৰি থাকিল বকৰা।

স্বাভাৱিকভাৱে নিমিষাৰ দৈনন্দিন কামবোৰ হৈ যোৱালৈ চাই থাকিল বকৰাই।

ঘৰ সাৰি নিমিষাই আন দিনাৰ দৰেই ড্ৰেচিং-টেবুল, আলনা আদি পৰিপাটি কৰিলে।

বকৰাক আগৰ দৰে এপিয়লা চাহ দি "চাহ দিছোঁ" বুলি কৈ গ'ল।

আগৰ দৰে গা ধুলে।

বকৰাক দাড়ি খুৰোৱা সামগ্ৰী দি গ'ল। বুকজটোত ক'লা কিবা এটা লাগি থকা দেখি একবাৰেো দিলে।

গা-ধোৱা-ঘৰত বকৰাৰ কাৰণে গামোচা-চুৰিয়া থ'লে।

একেলগে টেবুলত চাহ-জলপান খাবলৈ বহি সুধিলে—"কটাৰ লগত তুমি কি খাবা? জেলী নে মাখন?"

বকৰাই ক'লে। কোৱা মতেই নিমিষাই দিলে। কোনো কথা মপতাকৈ হুৱো থাকে। বকৰাই ভাবিলে, খণ্ডৰ ভয়কত কিবা এটা কৈ এতিয়া কথা পাতিবলৈ লাজ কৰিছে নিমিষাই। বকৰাৰ খুব মন গ'ল, সেই কথা নিমিষাই খণ্ডতে এনেয়ে কোৱা বুলি নিমিষাৰ মুখৰপৰা শুনিবলৈ। বকৰাই জানে, এনেকুৱা কথা এনেয়ে মুখৰপৰা ওলাব নোৱাৰে। এনেকুৱাকৈ পিৰিয়েকক আক ভাল নাপায় বুলি কৈ দিয়াৰ পিচত তাৰ পৰিণতি কি হ'ব পাৰে, তাক নিমিষাই নাজানে নে? তথাপি সেইবোৰ কথাৰ বিশদ ব্যাখ্যা বকৰাই এতিয়াই কৰিব নোখোজে। আজি এমাহে এনেকুৱা বহুত ঘটনা হৈছে, যিবোৰৰ অৰ্থ বকৰাই একোকে বুজিব পৰা নাই। চিনেমাখনৰ কাম শেষ কৰি লৈ এদিন নিমিষাৰ লগত এই সকলোবোৰৰ বিষয়ে কথা পাতিব। নিমিষাৰ সকলো ভুল বুজাই দিব। কিন্তু আজিৰ এই চৰম সিদ্ধান্ত জনোৱাৰ হবে কোৱা কথাকিটাৰ বিচাৰ কৰিবলৈ বকৰা বৈ থাকিব নোৱাৰে। ব'লে হয়তো জীৱনৰ সকলো সপোন শেষ হৈ যাব। নিমিষাই খণ্ডত কৈছিল বুলিয়েই বকৰাৰ বিশ্বাস, আশাও। তাকে নিমিষাৰ মুখৰপৰা শুনিব লাগিব। তেহে বকৰাই শান্তি পাব। নে এইবোৰ তিতা-কেঁহা লগা কথা সুধিবই নেকি? কিন্তু বহুত কথা এনেকৈ বাদ দি যোৱাৰ পিচতে আজিৰ অৱস্থাটো পাইছেহি। এতিয়াও বাদ দিলে হয়তো আক বেয়াৰৈ যাব। আক, নিজৰ অধিকাৰ দাবী কৰি এনে কথাৰ অৰ্থ জানিবলৈ নিবিচাৰিলে ব'ব কাপুৰুষালি হ'ব। কাপুৰুষক তিৰোতাই ভাল নাপায়। ভাবি-চিন্তি সহীনাই সুধিব খুজি হাঁহি মাৰিয়েই বকৰাই চাহ খোৱাৰ মাজতে সুধিলে: বাতিপুৱাই মো ইমান কিহৰ খংটো দেখুৱালা? কটা এটুকুৰাত কামুৰি নিমিষাই আবেগহীন কণ্ঠেৰে স্পষ্টকৈ ক'লে: একো খং দেখুউৱা নাই। সঁচা কথাকে কৈছোঁ।

: ধেমালি নকৰিবা দেই।

: ধেমালি?—অৰ্থপূৰ্ণ হাঁহি মাৰিলে নিমিষাই।

: কিয় তুমি এনেকুৱা কৰিছা নিমিষা? বকৰাই অনুনয়ৰ সুৰত ক'লে। নিমিষাৰ কোনো উত্তৰ নাই। খং উঠিল বকৰাৰ। কণ্ঠ-নকণ্ঠৈকে কৈ দিলে: তেন্তে তুমি স্পষ্টকৈ কৈ দিয়া, মোৰ লগত আক সংসাৰ কৰাৰ তোমাৰ ইচ্ছা নাই। মই অকণো বেয়া নাপাওঁ। কিন্তু মোক এনেকৈ তিল-তিলকৈ পুৰি নামাৰিবা। স্পষ্টকৈ কৈ দিয়া যে তুমি মোক আক সহ্য কৰিব নোৱাৰা হৈছা। তেতিয়া, তুমি যেনেকৈ ভালপোৱা তেনেকৈ থাকিবলৈ তোমাক মই এৰি দিম। মই জোৰ কৰি মৰম আদায় কৰাত বিশ্বাস নকৰোঁ।

নিমিষা নিমাত।

: কোৱা তুমি, এতিয়াই ক'ব লাগিব—মোৰ লগত বৈবাহিক সম্বন্ধ তুমি আক ৰাখিব নোখোজা নেকি?—প্ৰতিটো শব্দ পৰিষ্কাৰকৈ ফুটাই এক নাটকীয় ভংগিত বকৰাই ক'লে। নিমিষাই কিন্তু সেই কথাৰ উত্তৰ দিয়াৰ কোনো চেষ্টা নকৰিলে। চাহ খোৱা থাল-পিয়লা ধুবলৈ গুচি গ'ল।

তাৰ পিচৰপৰা এই দিনৰ এক বজালৈকে হেজাৰবাৰ একেটা প্ৰশ্নকে কৰিছে বকৰাই। কিন্তু কোনো উত্তৰ নাই। প্ৰথমতে প্ৰশ্নটো কৰি বকৰাই ভয় খাই গৈছিল। যদি সঁচাকৈ নিমিষাই বকৰাৰ লগত আৰু থাকিব নোখোজে বুলি কয়, তেন্তে কি কৰিব বকৰাই? কিন্তু প্ৰথম দুই-তিনিবাৰ প্ৰশ্নটোৰ কোনো উত্তৰ নিদিয়াই নিমিষাই নিদিয়াত বকৰাৰ সাহ বাঢ়িল। তেন্তে সিমানখিনিলৈকে যাবলৈ নিমিষা প্ৰস্তুত নহয়। তাৰ পিচত বকৰাৰ লাহে লাহে সাহ বাঢ়ি আহি আছে। হিন্দুমতে বিয়াহিতা তিৰোতা আমাৰ ইয়াত এতিয়াও সিমান আধুনিকা হোৱা নাই যে এবেঁ৷ বুলিয়েই ডিভৰ্চ এৰি দিব পাৰে। ডিভৰ্চ কেবা পাৰ পাৰে, সদায় কাজিয়া কৰিব পাৰে, শুচি যাম বুলি ভয় খুৱাব পাৰে, কিন্তু প্ৰকৃততে যাব নোৱাৰে। আজি এয়াহে নিমিষাই কৰি অহা ইমানবোৰ উৎপাত এটা প্ৰশ্নৰেই শেষ কৰি নিমিষাক কাবু কৰিব পৰা দেখি নিজৰে গৰ্ব বোধ হ'ল বকৰাৰ। মাইকী মানুহে সাধাৰণতে পৰিণতিৰ কথা নভবাকৈ বহুত কাম কৰে। পৰিণতিটো চকুৰ আগত দাঙি ধৰিলে ভয় খাই যায়। তথাপি নিমিষাই উত্তৰ দিব লাগিব। মুখ খুলি ক'ব লাগিব তেওঁ খণ্ডতে নভবা-নিচিন্তাকৈ কোৱা বুলি। নহ'লে নহ'ব। ক'বই লাগিব। নিমিষাই এইদৰে উপেক্ষা কৰাটো সহ্য কৰি থকা অন্যায় হ'ব—পৰিণতি বেয়া হ'ব। যিমানে দেখি হৈ আহিছে, যিমানে বকৰাৰ সাহ বাঢ়ি আহিছে, সিমানে বকৰা নিশ্চিন্ত হৈ আহিছে যে ইমান ডাঙৰ এটা কঠোৰ সত্যৰ সমুখীন হ'বলৈ নিমিষা একেবাৰে প্ৰস্তুত হোৱা নাছিল। কিন্তু সেইবুলি এই অৱজ্ঞা সহ্য কৰিব নোৱাৰি। বকৰাই জানে, স্বামী-স্ত্ৰীৰ মাজত বন্ধু-ভাব থাকিব লাগে। কিন্তু উভয় পক্ষৰ উভয় পক্ষৰ প্ৰতি সন্মানৰ ভাব নথাকিলে সেই বন্ধু-ভাব আহিব পাৰে জানো? নিমিষাৰ বকৰাৰ প্ৰতি সন্মান থকাৰ কথা এনে ব্যৱহাৰে কেতিয়াও সুসূচায়।

দুৱোৰে ভাত টেবুলতে ঢকা আছে। নিমিষাৰপৰা উত্তৰ নাপালে বকৰাই ভাত নাখায়। নিমিষায়ো খোৱা নাই। বকৰাই নোখোৱাকৈ নাখায়। সেই কথা বকৰাই জানে। শিলৰ মূৰ্তিৰ দৰে বহি থকা নিমিষালৈ চাই বকৰাৰ কিবা খং উঠিল। পুৱাৰেপৰা বকৰাই বহুত বুজাইছে নিমিষাক। বুজাওঁতে সাৱটি ধৰিছে নিমিষাক, চুলিত হাত ফুৰাই দিছে, পিছলা চাদৰ টানি বুকু ঢাকি দিছে, জোৰকৈ চুমা খাইছে। নিমিষাই আপত্তি কৰা নাই। যিমানকণ লাজ আৰু আপত্তি কৰিলে, যিমানকণ সহযোগ কৰিলে, স্ত্ৰী-সঙ্গ মধুৰ হয়, সেইকণ কৰা নাই নিমিষাই। বৰঞ্চ বকৰাৰ সকলো আদৰ-সাদৰ কেৱল সহ্য কৰি গৈছে, লগে লগে উঠ শুঁঠি আছে আৰু চুমা খোৱাৰ পিচত মুখখন কিবা বেয়া বস্তু লগাৰ দৰে আঁচলেৰে মোহাৰি পেলাইছে।

আৰু সহ্য নহ'ল জীৱনজিৎ বকৰাৰ। একে জঁাপে বিচনাৰপৰা নামি নিমিষাৰ ওচৰ পালেগৈ। খঙেৰে ডাঙৰকৈ মাতিলে : নিমি ?

: ভাত খাবা ?—সহজভাৱে নিমিষাই বহাৰপৰাই সুধিলে।

বকৰাৰ খঙে মূৰৰ চুলি পালেগৈ।

: জনী খাবা ভাত। মোৰ উত্তৰ দিয়া।

নিমিষাই নিমাতে শুঁঠি থাকিল। খড়ত বকৰাই ফেন্‌থন বন্ধ কৰি দিলে। নিমিষাই উলম শুঁঠি থাকিল।

খড়ত বকৰাই দুই বাহুত ধৰি নিমিষাক থিয় কৰাই দিলে। থিয় কৰাই জোকাৰি দিলে। উলম গেঁৎঠা শলা এডাল পৰি গ'ল। আচৰিত হৈ নিমিষাই বকৰালৈ চালে। দুকুৰীয়া বৈবাহিক জীৱনত বকৰাৰ এনে গাত-হাত-লগোৱা ব্যৱহাৰ এয়ে প্ৰথম। 'ইস''—মুখ বেঁকা কৰি নিমিষাই এই এটা শব্দ উচ্চাৰণ কৰি বকৰাৰ খড়ক তেওঁ অতি তুচ্ছ জ্ঞান কৰে বুলি বুজাই দিলে। পৰি যোৱা শলাডাল তুলিবলৈ কুঁজা হ'ল নিমিষা।

বেলিটো ডাৱৰে ঢাকি বতৰটো চকা-চমকা কৰিলে। মেঘে সৰকৈ গিৰিং কৰিলে। ঘৰৰ ভিতৰখনো অলপ আন্ধাৰ যেন হ'ল।

বকৰাৰ চুটি তেৰাল। শলাডাল বুটলিব খোজা নিমিষাক বাহুত ধৰি পোন কৰি হাতত থকা উল আৰু শলা কাঢ়ি লৈ দলিয়াই পেলাই দিলে। তাৰ পিচত টানি নি বিচনাৰ ওপৰলৈ মুৰকৈ ঠেলা মাৰি পেলাই দিলে। নিমিষাৰ দুয়োকাষে হাতত ভেজা দি বকৰা নিমিষাৰ ওপৰতে উবুৰি থাই ধপচকৈ কাষতে বহিল। বকৰাই কোঁপাইছিল। কিছুমান কাম আছে, যিবোৰৰ এটা কৰিলে তাৰ লগত শাৰী পুৰাই থকা বাকীবোৰো কৰিবই লাগিব। মদ খোৱাৰ লগত ধাৰ কৰা, নিশা পলমকৈ ঘৰলৈ অহা, চিগাৰেট খোৱা, নাৰী সংসৰ্গ আদি শাৰী পুৰাই থকা কাম; এটা এটাকৈ কৰি যাব লগা হয়। সেইদৰে কিবা এটা দাবী কৰাৰ পিচত তাক পুৰাবলৈ সকলো ব্যৱস্থা ল'বই লাগিব। বকৰাৰ খং উঠানখিনি আগি খোৱাৰ পিচত এৰি দিয়াৰ উপায় নাই। এতিয়া এই খড়ৰ পথেদিয়েই নিমিষাক সৈমান কৰাব লাগিব। কোঁপাই কোঁপাই, এটা হাতৰ মুঠি নিমিষাৰ নাকৰ ওচৰত জোকাৰি বকৰাই ক'লে: কোৱা, এতিয়াই কোৱা, মোক তুমি বেয়া পোৱা হৈছা নেকি?

: এৰি দিয়া।

: নেৰোঁ।

: মাৰিব খুজিছা?—নিমিষাৰ চকুত জুই।

: মাৰি শেষ কৰি দিম!—বকৰা গুজৰি উঠিল।

: হুঁ:, কাপুৰুষৰ সাহটো চোৱা। —এইবুলি নিমিষাই বাগৰ সলাই সাউৎকৰে বকৰাৰ হাতৰ তলৰপৰা পিছলি ওলাই ওচৰতে থিয় হৈ নিজৰ চুলি আৰু কাপোৰ ঠিক কৰি ল'লে। বকৰাৰ চকুৰেদি যেন জুই হে ওলাইছিল। আজি মৰিয়াই মৰিয়াই চেপেটা কৰি হ'লেও নিমিষাৰ মুখৰপৰা বকৰাই উত্তৰ উলিয়াবই। কিহৰ কাৰণে উত্তৰ লাগে বকৰাই খড়ত পাহৰি গ'ল। নিমিষাই তেওঁক আগৰ দৰে ভালপোৱাটো হে যে তেওঁ বিচাৰে আৰু তাৰ কাৰণেই হে যে এই কাণ্ড, সেইবোৰ তেওঁ পাহৰি গ'ল। এতিয়া বকৰাৰ একমাত্ৰ জেদ, নিমিষাক সৈমান ক-ৰা-ব-ই লাগিব। চুলিকোছাত থাপ মাৰি ধৰাৰ আগতে শেষ

সাবধান-বাণী শুনোৱাৰ দৰে বিচনাৰপৰাই বকৰাই চিঞৰি সুধিলে: তুমি তেন্তে উত্তৰ নিদিয়া?

সংযত হৈ স্থিৰভাৱে বকৰাৰ্লৈ চাই নিমিষাই ক'লে: উত্তৰ? কিছুমান কথা মুখেৰে ফুটাই নোকোৱাটোৱেও হয়। কিন্তু তুমি সুবুজা। শুনা, তোমাক মই বেয়া পাওঁ, ঘিণ কৰোঁ, অন্তিপাত ঘিণ কৰোঁ। তুমি মোৰ জীৱনৰ কালশত্ৰু। মই বাচিবলৈ তোমাক এৰিব লাগিব। তোমাৰ প্ৰতি যিকণ পুৰণি আছিল, সেইকণো আজিৰ ব্যৱহাৰেৰে তুমি শেষ কৰি দিলা। কেতিয়াও ভুল সুবুজিবা, তোমালৈ মোৰ কোনো মৰম-প্ৰেম-মমতা নাই, একেবাৰে নাই।

কোনো উত্তেজনা প্ৰকাশ নকৰাকৈ, পেটত থকা বেয়া বস্তু বমি কৰি উলিয়াই দিওঁতে মুখত ঘিণৰ ভাব বিয়পি পৰাৰ দৰে মুখখন কৰি, বমি কৰাৰ পিচত সুস্থ হোৱাৰ দৰে কৈ উঠি শান্ত হৈ, নিমিষাই পৰি থকা উল আৰু শলা বুটলি ল'লেগৈ।

নিমিষাই উত্তৰ দিবলৈ আৰম্ভ কৰোঁতে বকৰা বিজয়ী বীৰৰ দৰে শান্ত হৈ পৰিছিল। নিমিষাক উত্তৰ দিবলৈ সন্মত কৰাব পৰাটোৱেই যেন তেওঁৰ ডাঙৰ বিজয়। নিমিষাই কৈ যাওঁতে কথাবোৰৰ অৰ্থ তেওঁ বুজা নাছিল—বুজিব খোজা নাছিল। কিন্তু লাহে লাহে সেইবোৰ কথাৰ অৰ্থই তেওঁক বিচনাতে কোঙা কৰি বহুৱাই থ'লে। হঠাৎ কাটিলে কাটোঁতেই দুখ অনুভব কৰিব নোৱাৰি; লাহে লাহে হে বিষ বাঢ়ে। কথাবোৰে বকৰাৰ বুকুত কৰা আঘাতটোৰ বিষ লাহে লাহে বেছি হৈ আহিল। বকৰাই আকৌ কিবা প্ৰশ্ন কৰে বুলি সন্দেহ কৰিয়েই যেন অদূৰত বৈ নিমিষাই আকৌ ক'লে: এইবোৰ কথা ক'বলৈ ভাল নালাগে। কিন্তু ক'বই লাগিব যেতিয়া, কৈ পেলালোঁ। নক'লে তুমিও মিছাকৈ আশা কৰি থাকিবা। সেইটো মই নিবিচাৰোঁ। এতিয়া তুমি যি ইচ্ছা কৰিব পাৰা। কিন্তু মোক আৰু কোনো প্ৰশ্ন নকৰিবা।

বাহিৰত আকাশখন ভাগি পৰিল পৃথিৱীৰ বুকুত। টিনৰ চালত বৰষুণৰ বিননি আৰু মেঘৰ কেঁকনিয়ে যেন বকৰাৰ জীৱনৰ এটা অধ্যায় শেষ হোৱাৰ ইংগিত দিলে। হঠাৎ সকলো হেৰুৱাই বিক্ত হোৱা মানুহৰ দৰে বকৰা অবাক হৈ বহি থাকিল। কিয় যে চকুৰেদি ধাৰাসাৰে পানী বৈছিল, বকৰাই নাজানে। কান্দি থকা গিৰিয়েকলৈ খন্তেক চাই নিমিষাই সহজভাৱে গৈ টেবুলফেনখন চলাই দিলেগৈ। তাৰ পিচত গিৰিয়েকলৈ পিঠি দি বহি, ফেনৰ বতাহ অবাৰিতভাৱে বুকু-পিঠিত লাগিবলৈ বুকুৰ চাদৰখন আঁতৰাই দিলে। নিমিষাৰ ব্যৱহাৰ দেখি অবাক হৈ বকৰাৰ হঠাতে ওলোৱা চকুপানী নিজে নিজে বন্ধ হৈ গ'ল।

বিচনাতে পৰি থকা আজি বাতিপুৱা অহা চিঠিখনে যেন বকৰাক নিজ জীৱনৰ পথৰ নিৰ্দেশ দিবলৈ মাতিলে। সেইখন কলিকতাৰপৰা অহা প্ৰেম শৰ্মাৰ চিঠি। মাত্ৰ চাৰি দিন পিচতে জৰুৰ কলিকতা পাবলৈ লাগে বুলি লিখিছে। সেই চিঠিখনে যেন বকৰাক এইবোৰ অশান্তি বাদ দি ওলাই যাবলৈ মৰমেৰে নিমন্ত্ৰণ কৰিছে। বকৰাই একেথৰে চিঠিখনলৈ চাই থাকিল।...

ৰৰষুণ কেতিয়াবাই এৰিলে। ভাত খোৱা আৰু নহ'ল। কাষৰে মানুহ ঘৰত কথা পতাৰ শব্দ শুনি বৰুৱাই বুজিলে, নিমিষা তাত আছে; সেই মানুহগৰাকী নিমিষাৰ স্কুলৰে বান্ধৱী; একেলগে পঢ়া। হয়তো মনটো পাতলাবলৈ গৈছে। কি কথা পাতিছে বাৰু? নিমিষাৰ এটা আচৰিত গুণ আছে; সকলো অশান্তিৰ মাজতো স্বাভাৱিক হৈ থাকিব পাৰে। বৰুৱাই কিন্তু নোৱাৰে।

পুৰা তিনি ঘণ্টাৰ পিচত জীৱনজিৎ বৰুৱা বিচনাৰপৰা নামিল। বগা পায়জামাটোৰ সৈতে ওখ বগা সুপুৰুষ বৰুৱাৰ পঁচিশ বছৰীয়া দেহাটো শুৱনিকৈ থিয় হ'ল। চুলিখিনি অবিন্যস্ত হ'লেও প্ৰাচুৰ্য্যেৰে শুৱনি। খোৱা-কোঠাত গৈ দেখে, টেবুলতে ঢুয়োৰে ভাত ঢকা আছে। বৰুৱাই জানে, নিমিষাই তেওঁক এৰি ভাত খাব নোৱাৰে; কেতিয়াও খোৱা নাই। নিমিষাক লঘোনে থোৱা দেখি বৰুৱাৰ মনটো হঠাতে বেয়া লাগিল। ইমান কষ্ট কৰি বেচেৰীয়ে ৰান্ধিলে, বাঢ়িলে! জেদ কৰি একেটা প্ৰশ্নেৰে মানুহজনীক এনেকৈ শাস্তি নিদিয়া হ'লে নো কি ক্ষতিটো হ'লহেঁতেন? ইমান তিতা-কেঁহা অৱস্থা এটাৰ সৃষ্টি কৰাৰ কি প্ৰয়োজন আছিল? অকল মুখৰ কথা এষাৰতে লাগি থাকিব পায় নে? ক'তা—ব্যৱহাৰত, ঘৰুৱা কাম-কাজ কৰাত, বৰুৱাৰ আলপৈচান ধৰাত, নিমিষাইতো কোনো হীন-ডেঢ়ি কৰা নাই। ক'ত পুৰাই কিবা এটা কথা খপ্‌কৰে মুখৰপৰা ওলাল নিমিষাৰ, তাতে লাগি থাকিব পায় জানো? নিমিষাৰো আত্মসন্মান আছে। কোৱা কথাষাৰ মিছা বুলি ক'বলৈ টান পাইছে, হয়তো সঁচা বুলিও পোনপটীয়াকৈ ক'ব পৰা নাই। খণ্ডত সেয়ে ঋিহকে-তিহকে কৈছে। আৰু, গিৰিয়েক-ঘৈণীয়েকৰ সৰু-সুৰা দ্বন্দ্ব লাগি থকাটো খুব স্বাভাৱিক কথা। সংস্কৃত শ্লোকটো মনত পৰিল বৰুৱাৰ—

'অজা যুদ্ধে ঋষি শ্ৰাদ্ধে প্ৰভাতে মেঘাড়ম্বৰে
দাম্পত্যোঃ কলহে চৈব বহ্বাৰম্ভে লঘু ক্ৰিয়া।"

ছাগলীৰ যুঁজ, পুৰাৰ মেঘ, গিৰিয়েক-ঘৈণীয়েকৰ দ্বন্দ্ব আদিৰ আৰম্ভণিৰ আয়োজন বিৰাট; কিন্তু শেষত দেখা যায় একেবাৰেই নাই। ইমানবোৰ জানি-শুনিও বৰুৱাই আজি বাৰু এইখন কি অশান্তিৰ সৃষ্টি কৰিলে! ছিঃ। তিনি ঘণ্টাৰ আগতে নিমিষাৰ মুখৰপৰা তেওঁৰ প্ৰশ্নৰ উত্তৰটো উলিউৱাৰ ওপৰতে যেন বৰুৱাৰ কাৰণে গোটেই পৃথিৱী ধ্বংস হোৱা-নোহোৱাটো নিৰ্ভৰ কৰিছিল। আৰু, তিনি ঘণ্টাৰ পিচত এতিয়া বৰুৱাৰ সেই কথা মনত পৰিও লাজ লাগিল। নিমিষাৰো কিন্তু অন্যায় হৈছে, "এনেয়ে কৈছিলোঁ হে" বুলি কৈ দিলেই সকলো অশান্তি শেষ হ'লহেঁতেন; অথচ তাকে নকৰিলে। বৰুৱাক আঘাত দিবৰ কাৰণে ইমান কঠুৱা শব্দবোৰ বাৰু কেনেকৈ উচ্চাৰণ কৰিছিল নিমিষাই! পাৰে, তিৰোতাই পাৰে। মাকে খণ্ডত মৰমৰ পুতেকৰো মৰিবলৈ শাও দিব পাৰে। তাকে কেৱল মুখেৰে হে; পেটেৰে ভগৱানক খাটে পুতেকৰ মঙ্গল কামনা কৰি।

জীৱনজিৎ বৰুৱাই চৰকাৰী প্ৰচাৰ-বিভাগত কেৰেণীৰ কাম কৰে। কিন্তু আন তথাকথিত কেৰেণীৰ সৈতে বৰুৱা একে নহয়। শুৱাহানিত বৰুৱা নাম কৰা

অভিনেতা ; খোজ-কাটল, চাল-চলন, চুলি, কথনভংগি আদিত তাৰ প্ৰমাণ আছে। এতিয়া আজি প্ৰায় এমাহ ধৰি পৰিচালক প্ৰেম শৰ্মাৰ লগত চিনেমাতো অভিনয় কৰিবলৈ ওলাইছে। হয়তো তাতো শ্ৰেষ্ঠ অভিনেতাই হ'ব বকৰা। চাৰি দিনৰ পিচতে চুটিঙৰ কাৰণে কলিকতালৈ যাব। এই বাবেই "নতুন জীৱন" নামৰ প্ৰেম শৰ্মাই কৰিব খোজা কথাছবিখনত বকৰা সহকাৰী পৰিচালকো হ'ব। তাৰ উপৰি বকৰা চিত্ৰকৰ—আৰ্টিস্ট, কেবাখনো কিতাপৰ বেটুপাত আঁকিছে, বহু প্ৰদৰ্শনীত ছবি দেখুৱাইছে, এইবাৰ প্ৰেম শৰ্মাৰ চিনেমাৰ পোস্টাৰ আঁকি বহুত টকা পাইছে। আলোচনী আদিত বকৰাই ছবি আঁকা আৰু অভিনয় সম্পৰ্কে কেবাটাও প্ৰবন্ধ লিখিছে। বহুত অপ্ৰকাশিত কবিতাও লিখি থোৱাতে আছে। জীৱনজিৎ বকৰাই গানৰ চৰ্চাও কৰে। নিজৰ গান নিজে ৰচনা কৰি নিজে সুৰ দিয়ে। সভা-সমিতিত বকৰাই প্ৰায়ে গান গায়, কিন্তু আকাশবাণীত এতিয়াও গাবলৈ পোৱা নাই কাৰণে প্ৰতিষ্ঠা লাভ কৰিব পৰা নাই বুলি মনতে প্ৰায়ে ভাবে। চেষ্টা কৰিছিল ; কিন্তু বকৰাক হিংসা কৰা মানুহ আকাশবাণীত কেবাজনো ; গতিকে সফল নহ'ল। এতিয়া সেয়ে কাকত-পত্ৰত 'সম্পাদকলৈ চিঠি'ত বকৰাই প্ৰায়ে আকাশবাণীৰ গানৰ সমালোচনা কৰে। আৰু বকৰাই বাঁহী বজায় (আচলতে, এই বাঁহী বজায়েই এদিন বকৰাই নিমিষাক প্ৰথম আকৰ্ষণ কৰে, কোনোবা এটা বিচিত্ৰানুষ্ঠানত, আজি পাঁচ বছৰৰ আগতে)। গতিকে, চাকৰিজীৱী হিচাপে যে বকৰা ডেৰ শ টকীয়া কেৰেণী, এই কথা কাৰো মনত নাথাকে ; বকৰাৰ নিজৰো। স্বাভাৱিকতে, ইবোৰ গুণৰ কাৰণে বকৰাৰ সুনাম—অভিনেতা, গায়ক, লেখক, চিত্ৰকৰ, বাঁহীবাদক আদি—সেইবোৰত বকৰাই বেছি গুৰুত্ব দিয়ে। চাকৰিটো হাতৰ পাচ। এই সক চাকৰিটো বকৰাই ইচ্ছা কৰিলে এৰি দিব পাৰে, কেতিয়াবা এনে কথা ভাবেও। অফিচত ওপৰৱালাকে আদি কৰি সকলোৱে বেলেগ সন্মানৰ চকুৰে চালেও, কেতিয়াবা কোনোবা গুণমুগ্ধই কেৰেণীৰ কাম কৰি থকা অৱস্থাতে পালেগৈ, বকৰাই বৰ লাজ পায়। তেতিয়া বকৰাই কথাৰ মাজতে কয় : স্বাধীন ভাৰতত শিল্পীৰ পৰিচয় এয়াই ; কেৰেণীৰ চাকৰি কৰি হে ভাত খাব লাগে। এই সক চাকৰিটো কিন্তু বকৰাই এনেয়ে কৰি থকা নাই। বকৰা এলেহুৱা, কাম ধৰকৈ কৰিব নোৱাৰে। শিক্ষা-দীক্ষাৰ ফালৰপৰাও কেৰেণীতকৈ ওখ চাকৰি নাপায়। আৰু, বকৰাৰ বাকীবোৰ জনপ্ৰিয় গুণৰ উপাৰ্জন-ক্ষমতাৰ বিষয়ে নিজৰে সন্দেহ আছে। গতিকে চাকৰিটো ৰাখি থৈছে। কি চাকৰি কৰে বুলি কোনোবাই সুধিলে বকৰাই বেয়া পায়। এনেকুৱা প্ৰশ্নক অভদ্ৰতা বুলি ভাবে। বিয়াৰ আগতে নিমিষাৰ মনৰ বুজ ল'বলৈ বকৰাই কৈছিল, বিয়া কৰায়েই চাকৰিটো এৰি দিব। স্বভাৱতে নাৰীসুলভ যুক্তিৰে এনে কাৰ্য্যৰ পৰিণতি বেয়া হোৱাটো সন্দেহ কৰি নিমিষাই উত্তৰ দিছিল : তুমি যত্ন কৰিলে ইয়াতকৈ বহুত ভাল চাকৰি পাবা। চেষ্টা নকৰা কাৰণে হে। এই সাধাৰণ কথাকিটাৰে নিমিষাই বুজাই দিছিল যে চাকৰি এৰা ভাল নহয় ; বৰঞ্চ ইয়াতকৈ বেছি দৰমহাৰ চাকৰিৰ কাৰণে চেষ্টা কৰিব লাগে। বকৰাৰ মনে মনে ভাল

লাগিছিল, নিজে ডাঙৰ চাকৰি পোৱাৰ যোগ্য বুলি নিমিষাই ভবা কাৰণে। কিন্তু বিয়াৰ আজি দুবছৰ পিচতৈকে বৰুৱাৰ ডাঙৰ চাকৰিও হোৱা নাই, কেৰেণীৰ চাকৰিও এবা হোৱা নাই। বিয়াৰ আগতে নিমিষাক বৰুৱাই ডাঙৰ চাকৰি এটা হৈ আছে বুলি ফাঁকি দি থৈছিল। ভাগ্য ভাল যে বিয়াৰ পিচত নিমিষাই কেতিয়াও সেই কথা সোধা নাই।

আগৰ দিনৰ প্ৰতাপী বংশৰ দুখীয়া পৰিয়ালৰ ল'ৰা জীৱনজিৎ বৰুৱা। ঘৰ নগাঁৱত। বাপেক সৰুতে ঢুকাল। ঢুকুৱাৰ আগতে মৌজাটোও গ'ল আৰু মৌজাৰ ধাৰ মাৰি জেললৈ নোযোৱাকৈ সাৰিবলৈ চাওঁতে মাটি-সম্পত্তি প্ৰায়বোৰেই গ'ল। টকাৰ অভাৱতে পঢ়িব নোৱাৰি বৰুৱাৰ একমাত্ৰ ককায়েকে এখন চাইকেল মেৰামতিৰ দোকান খুলিলে। সেইখন এতিয়াও আছে। ককায়েক প্ৰাণজিৎ বৰুৱাও আনবোৰ চাইকেল-মিস্ত্ৰীৰ নিচনা নহয়, চাইকেলৰ দোকানত বহি বহিয়েই গোটেই পৃথিৱীৰ ৰাজনীতি আলোচনা কৰে, গ্ৰেপ্তাৰ হোৱাৰ ভয় নথকা কালত নিজক কমিউনিস্ট বুলি জাহিৰ কৰি সময়-সচেতনতাৰ পৰিচয় দিয়ে। চাইকেলৰ দোকানৰ পইচাৰেই ককায়েকে ভায়েকক পঢ়াইছিল। কিন্তু ধৰা-বন্ধা নীতি-নিয়মৰ মাজত পঢ়া-শুনা কৰা হাবাথাৰি হোৱা জীৱনজিৎ বৰুৱাৰ শিল্পী প্ৰাণে ইণ্টাৰমিডিয়েট পৰীক্ষা পাছ কৰিব খুজিলে—তিনিবাৰ যুঁজিও। এতিয়া অৱশ্যে ককায়েকেও গৰ্ব কৰে ভায়েকৰ অভিনয় প্ৰতিভাৰ কথা কৈ। গৰ্ব কৰি কয়: নগাঁৱৰ কেলেহুৱাখনে হুবুঁহলে বুলিয়েই প্ৰতিভা হেৰাই যাব নে? সেয়া এতিয়া গুৱাহাটী তথা গোটেই অসমতে সাৰাটি লৈছে। বৰুৱাৰ ঘৰৰ ল'ৰা হে তেও...। প্ৰথমতে মাক আৰু তাৰ পিচত বাপেক ঢুকুৱা ঘৰখনত এতিয়া ককায়েক প্ৰাণজিৎ বৰুৱা বৈণীয়েক আৰু ল'ৰা-ছোৱালী তিনিটা লৈ থাকে। সৰু ভায়েকটো পুলিচত এচিস্টেণ্ট-চাব ইন্সপেক্টৰ, ধুবুৰীত এ'তিয়া। বায়েক জুনুৰ বিয়া হৈ গৈছিল বাপেক জীয়াই থাকোঁতেই। নিমিষাৰ বাপেকো নগাঁৱৰে, গুৱাহাটীত ষ্টেট ট্ৰেন্সপৰ্টত সৰু বিধৰ মেকানিকৰ চাকৰি এটাকে কৰে। নগাঁৱৰ কোনোবা গাঁৱত ঘৰ আছিল। কোনোবা এটা আৰ্থিক দুৰ্যোগত সেইবোৰ কেতিয়াবাই গ'ল। গুৱাহাটীত ভাড়া-ঘৰত থাকে, নিমিষা বৰ জীয়েৰ, উপাৰ্জিছে ভাড়া-ঘৰতে। বৰ পুতেক এই বছৰ নগাঁও কলেজত লেকচাৰাৰ সোমাইছে। ককায়েকৰ বৰ আপত্তি আছিল নিমিষাক জীৱনজিৎ বৰুৱালৈ দিয়াত। ককায়েকৰ মতে জীৱনজিৎ বৰুৱা নিজৰ নামটোৰ দৰেই ভুৱা আৰু অপদাৰ্থ। কিন্তু নিমিষাৰ প্ৰেম সেই বাধাই বেঁচি হে কৰিলে। তাতে কথাই কথাই ওলাই পৰিল যে নিমিষাৰ বাপেক আৰু বৰুৱাৰ বাপেক এসময়ত বন্ধু আছিল। গতিকে ককায়েকৰ আপত্তি কামত নাহিল। নগাঁৱতে ককায়েক থকা ভাড়া-ঘৰত ছোৱালীৰ ঘৰ আৰু বৰুৱাৰ ককায়েকৰ ঘৰত দৰা-ঘৰ হৈ বিয়াখন হৈ গ'ল। বিয়াৰ পিচত কিন্তু বৰুৱাই নগাঁৱৰ নিজৰ ঘৰত নিমিষাক ৰাখিব পৰা নাই। গাঁৱলীয়া নবৌয়েকজনীয়ে নিমিষাক দেখিব নোৱাৰে, নিমিষায়ো থাকি ভেয়া পায়। বিয়াক

অপকাৰ কৰে বুলি। বকৰাৰ অনিষ্ট হোৱাৰ ভয়তে বকৰাক যেতিয়াই শৰ্মাই মাতে তেতিয়াই উলিয়াই পঠিয়াম নিমিষাই।

নিমিষা আগতকৈও খীণাইছে। দুৰ্বল হৈছে।

এটা নতুন পাৰ্টি নগাঁৱৰপৰা আহিছে আন এখন অসমীয়া ছবি কৰিবলৈ। নগাঁৱৰ ডাক্তৰ অৰুণ কাকতী। আৰুহীয়া মানুহজনক বকৰাই চিনি পায়। তেখেতসকলে সমবায় ভিত্তিত টকা তুলিছে। ১৯৪২ চনৰ স্বাধীনতাৰ যুদ্ধ তেওঁলোকৰ ছবিৰ বিষয়-বস্তু। কাকতী নিজে ভাল চিকিৎসক; ভালেখিনি টকা তেখেতেই দিছে। তেখেতে আগেয়ে কেবাখনো ছবিত কাম কৰিছে; দুখন বঙালী আৰু দুখন উৰিয়া ছবিতো সহকাৰী পৰিচালকৰ কাম কৰিছে। প্ৰথমে বহুত দিন বম্বেত চিনেমাৰ বিষয়ে শিকিছিল—ডাক্তৰি পঢ়ি থকা অৱস্থাতে। তাৰ পিচত কেবাবছৰো কলিকতাত ডাক্তৰি কৰোঁতে ছবি-জগতৰ লগত ঘন সম্পৰ্ক ৰাখিছিল। তেখেত নতুনকৈ ছবি কৰিবলৈ আহিছে বুলি খবৰ-কাগজত ওলোৱা নাই। কিন্তু তেখেতে কৰিলে যে ভাল ছবিকে কৰিব, সেই কথা সকলোৱে কয়। তেখেতৰ পৰিচালনাত (নামত সহকাৰী যদিও আচলতে তেখেতেই পৰিচালনা কৰিছিল) ওলোৱা দুয়োখন বঙালী ছবি খুব ভাল চলিল আৰু দুয়োখনেই ৰাষ্ট্ৰীয় পুৰস্কাৰো পালে। তাৰ পিচত তেখেতে নগাঁৱত চিকিৎসা আৰম্ভ কৰিলেগৈ আজি ছ'বছৰ আগতে। সংবাদ-পত্ৰত কাকতীৰ নাম ববকৈ নাই। তেখেতে বোলে কয়, ভাল কাম হ'লে প্ৰচাৰ নিজে নিজে হ'ব। কামতকৈ প্ৰচাৰ বেছি হোৱা মানেই বেয়া বস্তু বেচিবলৈ দোকানীয়ে চিঞৰি মানুহ গোটোৱাৰ নিচিনা কথা। ডাক্তৰ কাকতী ছবি কৰিবলৈ অহা কথাটো প্ৰথমতে বকৰাই পালে শৰ্মাৰ মুখৰপৰাই। নিজৰ ভিতৰুৱা কথা পাতিব পৰা দলটো গোটাই লৈ সেইদিনা শৰ্মাই আলোচনা কৰিছিল—কেনেকৈ ডাক্তৰ কাকতীৰ ছবিখনৰ কাম বুদ্ধি কৰি বন্ধ কৰিব পাৰি। নহ'লে সেইখন আগতে হৈ গ'লে শৰ্মাৰ বিপদ হ'ব। কেমেৰামেন অৰ্দ্ধেন্দু পালে কৈছিল, কাকতীক নিজৰ চিনাকি এটা কেমেৰামেন দিব আৰু তাক ক'ব ফিল্ম-ডিল্ম নষ্ট কৰি পলম কৰিবলৈ। আৰ্ট ডিৰেক্টৰ বাকচিয়েও তেনেকুৱা সহায় কৰিব বুলি ক'লে। অসমৰ বিখ্যাত চিত্ৰাভিনেতা গিৰি দাস, শিব সেনাপতি, কন্দ্ৰ বৰা আৰু বিখ্যাত চিত্ৰাভিনেত্ৰী নিভা দেৱী, সুকণ্ঠী বীণা আদি আছিছে কাকতীৰ দলটোত। শৰ্মাই ইতিমধ্যে মানুহ লগাই দিলে—যাতে সেই নাম কৰা শিল্পীসকলক আনি কিবাকিবি একোটা দৃশ্যত অলপ অলপ উলিয়াই ছবিখনৰ দাম বঢ়াব পৰা হয়। ইতিমধ্যে বম্বে আৰু কলিকতাৰ কেবাগৰাকী আৰ্টিষ্টক একোটা দৃশ্যৰ চুটিভত্ত অলপ অলপ লৈ থৈছেই। সেইবোৰ ক'ত লগাব বকৰাই নাজানে। এতিয়া বোলে খবৰ পাইছেই—এই বিখ্যাত অসমীয়া শিল্পীকিজনেও শৰ্মাৰ অনুৰোধ ৰাখিব বুলি। শৰ্মাই বকৰাক ক'লে, ততাতৈয়াকৈ গুৱাহাটীৰ খবৰ-কাগজলৈ এটা বাতৰি পঠাবলৈ —বম্বে, কলিকতা আৰু গুৱাহাটীৰ বিখ্যাত শিল্পীসকলে শৰ্মাৰ 'নতুন জীৱন' কথাছবিত অভিনয় কৰা বুলি। তাৰ উপৰি শৰ্মাই মানুহ লগাই চেষ্টা কৰিবলৈ

ঠিক কৰিলে, যাতে কাকতীয়ে ‘ষ্টুডিঅ’ নাপায়, পালেও বহুত অসুবিধা পায়। ইমানখিনি আয়োজন কৰাৰ পিচত শৰ্মাই বৰুৱাক ক’লে: আপুনি এতিয়া এবাৰ খবৰ কৰাৰ ছলেৰে ডাক্তৰ কাকতীহঁতৰ কেম্পলৈ যাব। সেই তেখেতৰ ছবিৰ কথা আলোচনা কৰোঁতে কিবা অসুবিধা পাইছে নেকি সুধিব। অসুবিধাতো পাবই; পকা ব্যৱস্থা কৰিছোঁ। কি কি অসুবিধা পাইছে আপোনাক ক’লেই আপুনি কথা প্ৰসঙ্গতে ক’ব—‘এইবোৰ অসুবিধাত নপৰিবলৈ হ’লে আপুনি আমাৰ শৰ্মাৰ সহায় লওক। তেখেতক পৰিচালকৰ উপদেষ্টা কৰি ল’লেই হ’ল। মানুহটোক সকলোৱে ভয় কৰে। বৰ hold আছে এই চিনেমা-লাইনত।’ লগতে আপুনি ক’ব যে শৰ্মা নিজৰ ছবি লৈ বৰ ব্যস্ত। তথাপি, অসমীয়া ছবিৰ প্ৰতি আগ্ৰহ থকা কাৰণে তেখেতে যি পাৰে সকলো কৰি দিয়ে। অলপ অনুৰোধ কৰিলেই হ’ল। আপুনি নিজে দায়িত্ব লৈ ক’ব যে ডাক্তৰ কাকতীয়ে ক’লে আপুনি নিজে মোক কৈ বাজী কৰোঁৱাৰ দায়িত্ব ল’ব পাৰে। টকাও বেছি নালাগে বুলি ক’ব। হাত খৰচ বুলি দুই-তিনি হেজাৰ দিলেই হ’ল। মুঠতে তেওঁক আপুনি বুজাই দিব যে মোক নোলোৱাকৈ কৰিলে তেওঁ অতিপাত ক্ষতিগ্ৰস্ত হ’ব। আমাৰ ছবিখনৰ কথা সুধিলে ক’ব—প্ৰায় হ’লেই। অ’, তেওঁ অনা আৰ্টিষ্টকিজন আমি মাজতে দুই-এদিন সুবিধা পালে ল’ব পাৰিম নে—এনেয়ে সুধি চাবচোন। নিদিয়ে বুলি জানো। আমিয়েই দিম জানো?

সেইমতেই বৰুৱা পিচদিনা কাকতীৰ কেম্প ওলাইছিলগৈ। তাত উপস্থিত হৈয়েই আচৰিত হৈছিল কেম্পৰ আবহাওৱা দেখি। এটা ডাঙৰ পৰিয়ালৰ ঘৰ যেন লাগে। ক’তো শৰ্মাহঁতৰ কেম্পৰ উচ্ছৃংখলতা নাই। ডাক্তৰ কাকতীয়ে বৰুৱাক আদৰ-সাদৰ কৰি নি ক’লে: জীৱন, তোমাক মই খবৰ কৰাইছিলোঁ গুৱাহাটীত। পিচে তুমি শৰ্মা ডাঙৰীয়াৰ ছবিৰ কাৰণে আহিছা বুলি শুনি ইয়াত আহি আৰু খবৰ কৰা নাই। ঠিকতো নাই; কোনোবাই হয়তো ভাবিব তোমাক হাত কৰিব খুজিছোঁ বুলি। তোমাকো অবিশ্বাস কৰিব, ময়ো লাজ পাম। গতিকে আৰু খবৰ কৰা নাই।

তাৰ পিচত সাধাৰণ প্ৰশ্নবোৰ: যেনে, ছবিৰ কাম কেনে চলিছে, ভালে আছা নহয়, ইত্যাদি। কথাৰ মাজতে ডাক্তৰে ক’লে: আমাৰ এই কথাছবি শিল্পটো বৰ কিবা হৈ আছে। ইয়াক এতিয়াও ঠিক আৰ্টৰ পৰ্য্যায়লৈ আনিব পৰা নাই। সাৱধানে চলিবা, বৰ ভয়ানক চিনেমা-লাইন। এতিয়াও ভদ্ৰ হোৱা নাই। এই কথাকিটা যেন বৰুৱাৰ মনত খাই গ’ল। বৰুৱাই মনে মনে ভাবিলে, ভৱিষ্যতে কেতিয়াবা চিনেমা কৰিবলৈ আহিলে কাকতীৰ নিচিনা মানুহৰ লগতে আহিব। বৰুৱাৰ লগত সকলো আৰ্টিষ্টকে মাতি মাতি পৰিচয় কৰাই দিলে কাকতীয়ে। মুগ্ধ হ’লেও বৰুৱাই শৰ্মাৰ কামৰ কথা পাহৰা নাছিল। বৰুৱাৰ প্ৰশ্নৰ উত্তৰ দি গ’ল ডাক্তৰ কাকতীয়ে।

ঃ নাই, বিশেষ একো অসুবিধাত পৰা নাই। কোনোবা ষ্টুডিঅ’ই, কোনোবা

কেনেবাকেনে, কিবা অসুবিধা কৰিব খুজিছিল বোলে। পিচে কোনোবা একজন অসমীয়াৰে প্ৰৰোচনাত সেইবোৰ কৰা বুলি পিচত সি কাঢ়ি দিলে। মানুহজনৰ নাম ন'কলে। মইয়ো জোৰ নকৰিলোঁ। মোক যেতিয়া অপকাৰ কৰিব নোৱাৰিলেই, তেওঁৰ নামটো জানিনো মই কি কৰিম?

ডাক্তৰ কাকতীয়ে আৰু ক'লে যে অসুবিধাত নপৰিলেও তেখেতে শৰ্মাৰ নিচিনা জনা-বুজা মানুহক উপদেষ্টা হিচাপে পালে ভাগ্য ভাল বুলিয়েই ক'ব। পিচে সেই ভাগ্যৰ সুযোগ ল'ব পাৰিব নে নোৱাৰে, লগৰ আনসকলক সুধি ল'ব লাগিব। টকাৰ কথা আছে নহয়। তথাপি ডাক্তৰে এবাৰ গৈ শৰ্মাক লগ ধৰিবগৈ—এনেয়ে কথা পাতিবলৈকে হ'লেও। শৰ্মাক উপদেষ্টা হিচাপে লোৱাটো হ'লে বৰুৱাক খবৰ দিব —শৰ্মাৰ লগত কথা হ'বলৈ। শৰ্মাক ল'লে খৰচ কম হ'ব বুলি বৰুৱাই বুজালত ক'লে যে আচলতে তেখেতসকলে খৰচলৈ বৰকৈ চোৱা নাই। খৰচ এনেয়েও বোলে তেখেতসকলৰ আন অসমীয়া ছবিতকৈ কম হ'ব। সকলোকে সুবিধা দি আগ্ৰহশীলসকলক এই শিল্পৰ বিষয়ে শিকিবলৈ দিয়াই তেখেতসকলৰ উদ্দেশ্য। অৱশ্যে হয়, ছবিখন ভাল হোৱাটো মূল কথা। বাৰু, কেতিয়াবা দৰকাৰ হ'লে শৰ্মাক কাকতীয়ে নিজে সুধি আহিবগৈ। ডাক্তৰ কাকতীৰ লগত অহা অসমৰ বিখ্যাত আৰ্টিস্টকিজন শৰ্মাৰ ছবিতো কাম কৰিবলৈ যাব খুজিলে কাকতীয়ে একো বেয়া নাপায়। অসমীয়া আৰ্টিস্টক যিমান দিব লাগে সিমান ধন দিব নোৱাৰিয়েই। তেনেস্থলত তেওঁলোকে এবাৰ আহিয়েই দুখন ছবিত কাম কৰাৰ সুবিধা পালে কাকতীয়ে কিয় বাধা দিব? ভাল হে পাব। শিল্পীৰ শিল্প-প্ৰতিভা বিকাশৰ স্বাধীনতাটো কাকতীৰ ছবিত কাম কৰিবলৈ অহা কাৰণেই নোহোৱা হ'ব নে? নিশ্চয় নহয়। এইবোৰ কথাৰ শেষত বৰুৱাই নিজৰ খু-দুৰনি মাৰিবলৈ দুই-এটা কথা সুধিলে। সেইবোৰ প্ৰশ্নৰ উত্তৰ কাকতীয়ে দি গ'ল।

: নাই, কেম্পত কিয় গণ্ডগোল হ'ব? আমাৰ সাতগৰাকী ছোৱালী আহিছে। পিচে ছোৱালীৰ কেম্প একেবাৰে বেলেগ কৰি দিছোঁ।

: আছে, আছে; দুই-এজন শিল্পীৰ মদ খোৱাৰ অভ্যাস আছে। এদিন বা দুদিনৰ কাৰণে অভিনয় কৰাবলৈ আমি ইমানদিনীয়া অভ্যাস কেনেকৈ বদলাবা? আৰু নিচা এৰা সিমান সহজ নহয়। তাতে ইয়াত মুকলিকৈ খোৱাৰ সুবিধা পায়। সেয়ে আমি তেনেকুৱা অভ্যাস থকা সকলক অলপ বেলেগাই থকা-খোৱাৰ ব্যৱস্থা কৰি দিছোঁ।

: নাই, ছোৱালীৰ কেম্পলৈ যাবলৈ দিয়াৰ অভ্যাস আমি কৰা নাই। কিবা দৰকাৰ থাকিলে মতাই দিছোঁ। একেবাৰে আবুৰত থকা মানুহ আমি। হঠাৎ সমূহকে মুকলি কৰি দিলে বেয়া ফলৰে আশংকা সৰহ। সেয়ে সেইকণ আবুৰ ৰাখিছোঁ। তথাপি যে কাৰোবাৰ মনত প্ৰেম আহি ভাব নাজাগে, সেইটো নহয়। সেইবোৰ ভাব আদান-প্ৰদানত আপত্তি মোৰ নাই। কেৱল চিনেমা কৰিবলৈ অহাৰ নামত তেনেকুৱা হোৱাৰ সুবিধা দিয়াৰ মোৰ ইচ্ছা নাই। এনেয়ে এই

শিল্পৰ মানুহৰ চৰিত্ৰৰ ওপৰত সকলোৰে সন্দেহ। সেই সন্দেহ কমাব পাৰিলে হে আমাৰ মঙ্গল।

: প্ৰচাৰ কৰি কি হ'ব হে? নাম কিনিবলৈ চোৰাটো বৰ চালুকীয়া কাৰবাৰ। বয়স হ'লে বুজিবা; তেতিয়া নামতকৈ কাম কৰাৰ মন হে হ'ব। অৱশ্যে ব্যতিক্ৰমো আছে। তথাপি, তুমি ডেকা ল'ৰা মনত ৰাখিবা—Fame is a young man's passion.

আৰু বহুত যেন নতুন নতুন কথা শিকিলে বৰুৱাই। চিনেমা কৰিবলৈ আহি প্ৰথমবেপৰা যিখিনি ফাঁকি, যিখিনি চিঞৰ-বাখৰ, যিখিনি অসততা শৰ্মাৰ লগত পাইছে, তেওঁ সেইবোৰ চিনেমা-লাইনত আছে বুলিয়েই ভাবিছিল, সেইবোৰ যেখোন এইখন চিনেমা কৰিবলৈ অহা মানুহৰ মাজত একেবাৰে নাই। ভুল কৰিলে নেকি বৰুৱাই শৰ্মাৰ লগত আহি? যিহকে হওক, শৰ্মাক এতিয়া এৰি দি বিশ্বাসঘাতকতা কেতিয়াও-কৰিব নোৱাৰি। এইখন ছবি শেষ হওক। তাৰ পিচতো শৰ্মাৰ কোনো পৰিৱৰ্তন ন'হলে দেখা যাব। বেয়াও লাগে বেচেৰালৈ। মাজে মাজে কেনেকুৱা কৰে!

## ॥ চাবি ॥

কলিকতাত বৰ গৰম পৰিছে। বৰষুণো মাজে মাজে।

নিমিষাজনীৰ ইমান ভয় হৈছে কিয় ? ওলাই যাওঁতে সদায় বৰুৱাক হেজাৰ উপদেশ দিয়ে সাৱধানে যাবলৈ,—শৰ্মাৰ লগত কাজিয়া নকৰিবলৈ, কোনোমতে ছবিখন শেষ কৰি ঘৰলৈ ঘূৰি যাবলৈ লৰালৰি কৰিবলৈ। কেইদিনমানৰপৰা আৰু এটা কথা বৰুৱাই লক্ষ্য কৰিছে। পুৱাই লৰালৰিকৈ ঘৰ সাৰি গা ধুই শ্ৰীকৃষ্ণৰ ফ'টো এখনৰ আগত ধূপ জলায় নিমিষাই। লাগে বৰুৱাই চাহকে নোখোৱাকৈ যাওক, তথাপি ধূপ জলাই সেৱা কৰাৰ আগতে বৰুৱাক কেতিয়াও ওলাই যাবলৈ নিদিয়ে। শ্ৰীকৃষ্ণৰ সৰু ছবিখন নিশ্চয় ওচৰতে বাটত বহা কোনোবা বিশ-পইচীয়া দোকানৰপৰা কিনি আনিছে। কথাই কথাই নিমিষাই প্ৰায়েই কয় যে শৰ্মাই ইচ্ছা কৰিলে মানুহ মাৰি পেলাব পাৰে ; বৰ ভয়ানক মানুহ সি। আৰু, কিবা খং উঠি সি মাৰ-ধৰ কৰিলেও ইয়াত বৰুৱাক কোনে চাব ? সকলো শৰ্মাৰ কলীয়া হ'ব। নাই, ছবি শেষ নোহোৱাকৈ বৰুৱাক লৈ যোৱাৰ কথা এতিয়া আৰু নিমিষাই নকয়। সেইদিনা ষ্টুডিঅ'ত শৰ্মাই যে চিঞৰি কৈছিল—তেওঁক যি অবিশ্বাস কৰিব তাক তেওঁ শুদাই নেৰে বুলি, সেইদিনাৰপৰা নিমিষাই ছবি শেষ হোৱাৰ আগতে যোৱাৰ কথা ভবাই নাই। হিংসাকুৰীয়া মানুহ এই শৰ্মাভাল ; তেনেকৈ ছবি শেষ হোৱাৰ আগতে বৰুৱা গুচি গ'লে গোটেই জীৱন কুকুৰটোৱে বৰুৱাৰ অপকাৰ কৰাৰ চেষ্টা কৰিব। তাতকৈ লেঠা মাৰি তাৰ লগত সম্বন্ধ ছিডি গুচি যোৱাই ভাল।

: আচ্ছা, মোৰ আজিকালি কিয় ভয় ভয় লাগি থাকে বাৰু ?

: জানো। তুমি এনেয়ে চিন্তা কিছুমান মূৰত সুমাই লৈছা।

: ( হুমুনিয়াহেৰে ) কিখনত যে সোমালোঁহি আমি !

: তুমি হে সেইটো ভাবিছা। মই খুব ভাল দিন অহা যেন পাইছোঁ। আমাৰ মগাঁৱৰ ডাক্তৰ কাকতীহঁত আহিছে ছবি কৰিবলৈ। পৰহি গৈছিলোঁ।

: পিচে কি হ'ল ?

: তেওঁলোকৰ তাত গৈ বুজিলোঁ, শৰ্মাৰ যিবোৰ উৰুৱালি, সেইবোৰ নোহোৱাকৈও চিনেমা কৰিব পাৰি। পিচত কেতিয়াবা ছবি কৰিলে তেওঁলোকৰ লগত হে কৰিম।

: পিচত তুমি আৰু ছবি কৰিব নালাগে ভাই। আৰু, এতিয়া এই শৰ্মাটোক এৰি গ'লে তোমাক যে সি খাব। এইখন শেষ কৰি এইবাৰলৈ যাওঁচোন ব'লা। মোৰ বৰ আমনি লাগিছে।

: মিমি······

: অৱশ্যে হয়, তোমাৰ জীৱনৰ সাধনাটো তুমি মোৰ কাৰণে কিয় এৰিবা। বয়ো এৰিবলৈ নকওঁ। মাত্ৰ নিৰাপদ মানুহৰ লগত কৰিব লাগে। বাক, ভাক্তৰ কাকতী ভাল মানুহ বদি পিচত বাক তেখেতৰ লগতে কৰিবা। এতিয়াই কিন্তু শৰ্মাৰ চকুত ধূলি মাৰি একো নকৰিবা দেই। মোৰ বৰ ভয় লাগে।

বেচেৰীলৈ বকৰাৰ বেয়া লাগে। শৰ্মাৰ প্ৰতি বৰ ভয় সোমাইছে মানুহজনীৰ। বকৰাই নিমিষাক বুজাবলৈ চেষ্টা কৰে যে তেওঁ পৰি মৰা মানুহ নহয়। তথাপি নিমিষাই সাহস সঞ্চয় কৰিব নোৱাৰে।

ইপিনে শৰ্মাৰ ব্যৱহাৰ এক ধৰণৰ হৈ আহিছে। এদিন নিশা প্ৰায় এধাৰমান বজাত বকৰাক জগাই ক'লেহি যে মাত্ৰ দহ হেজাৰ টকা দিয়াৰ পিচত সেই চাহ-খেতিয়কজনে আৰু টকা দিব নোৱাৰে বুলি কৈছে। সি কাইলৈ আকৌ মিনাক নি ফূৰ্তি কৰিবলৈ কেম্পলৈ আহিবই। গুণ্ডা লগাই মাৰি তাৰ হাড় গুড়ি কৰি পঠিয়াব।" খাব-খোৱাই কলিকতীয়া গুণ্ডা দেখা নাই।

শৰ্মাই মাতিলত নিমিষাই বকৰাক অকলে উঠি আহিবলৈ দিয়া নাছিল—ভয়ত। নিজেও অসংযত সাজ-পাৰেৰেই উঠি আহিছিল। শৰ্মাই কোৱা শুনি নিমিষা জিকাৰ খাই উঠা বকৰাই দেখিছিল।

পিচদিনা পুৱা কেম্পৰ বজাৰ কৰিবলৈ প্ৰডাকৃচন মেনেজাৰে পইচা খুজিলত শৰ্মাই হমৃদমাই উঠি ক'লে: কেলেহুৱাসোপাই মোক উদ্ধাৰ কৰিবলৈ আহিছে। নালাগে বজাৰ কৰিব। নাখাই মৰক। দিনেই ভোজ খুৱাবলৈ মোৰ পইচা নাই।

তাৰ পিচদিনা ষ্টুডিঅ'ত এজন আৰ্টিষ্টক বৰ অভদ্ৰভাৱে ষ্টুডিঅ'ৰপৰা উলিয়াই দিলে শৰ্মাই। এনেকৈ ডিডিত ধৰি উলিয়াই দিলে যেন সেইটো কুকুৰহে। তেওঁৰ অপৰাধ: শৰ্মাই তেতিয়া লৈ থকা দৃশ্যটো বেয়া হোৱা বুলি কৈছিল। শৰ্মাকে কৈছিল। শুনিয়েই শৰ্মা গৰজি উঠিল: মোক ডিৰেকৃচন শিকাবলৈ আহে। গেট্ আউট্। গুআওক। আপোনাৰ নিচিনা অপদাৰ্থ নহ'লেও মোৰ ছবি হ'ব। আৰ্টিষ্টজনে প্ৰতিবাদ কৰিছিল: আপুনি অভদ্ৰ হৈছে কেলেই? ভদ্ৰতাৰ সকলো চিন এৰি শৰ্মা খেদা মাৰি গ'ল: কি ক'লি শ্যালা? কোনোৱা কোনোৱাই শৰ্মাক বাধা দিবলৈ আগুৱাই আহিল। বোধকৰোঁ নিজৰ কলীয়া মানুহ গোট খোৱা দেখি সাহ পাই আৰু বাকীবোৰক ভয় খুৱাই ৰাখিবৰ উদ্দেশ্যেৰেই শৰ্মাই সঁচাকৈ বেচেৰাক ডিঙিত ধৰি উলিয়াই দিলে। বকৰা সেই ঠাইত নাছিল—মেক-আপ কমত আছিল। নিমিষাই চুটিং চাই আছিল। যৌবি গৈ খবৰটো দিলেগৈ। ভীষণ ভয় খাই গৈছিল নিমিষাই। কি হৈছে চাওঁ বুলি বকৰা ষ্টুডিঅ'লৈ আহিব খুজিলত কাতৰ অনুৰোধেৰে নিমিষাই বকৰাক ধৰি ৰাখিলে—ষ্টুডিঅ'লৈ আহিবলৈ নিদিলে।

টকা দিয়াতে কমি আহিছে, শৰ্মাৰ মুৰ সিমানে গৰম হৈ আহিছে। ডিষ্ট্ৰিবিউটৰে এতিয়াও টকা দিয়া নাই। বকৰাক কথাটো এদিন শান্তভাৱেই শৰ্মাই জনাই অনুৰোধ কৰিলে: আমাৰ আৰ্টিষ্টৰ ডিতৰতে কাৰোবাৰ পাঁচ হেজাৰমান টকা

খাবলৈ দিয়াৰ অৱস্থা আছে নেকি মনে মনে খবৰ কৰি চাওঁকচোন। মই যেনেতে যুৰাই দিম। বকৰাই তলে তলে খবৰ কৰিলে। কিন্তু তেনেকুৱাকৈ কাৰো টকা নাই। হয়তো শৰ্মাই ভাবিছিল বকৰাই দিব পাৰিব বুলি। যোগাৰ নহ'ল বুলি সেইদিনা সন্ধিয়া খবৰ দিওঁতে শৰ্মা গোঙোৰা মাৰি থাকিল।

পিচদিনা স্টুডিঅ'ত এনে এটা দেখাত সৰু ঘটনা হ'ল যে বকৰাৰ কাৰণে সিয়েই যথেষ্ট তাৎপৰ্য্যপূৰ্ণ হ'লগৈ। স্টুডিঅ'ত চুটিং চলি আছিল। আজিকালি চুটিঙৰ প্ৰতি বকৰাৰ কিবা আগ্ৰহ নাইকিয়া হ'ল। প্ৰথমতে আগ্ৰহ আছিল বহুত কিবা শিকিব পাৰিব বুলি। এতিয়া দেখিছে 'চিনেৰিঅ' লিখা, 'ডায়েলগ' লিখা আদি একো নহ'লেই। দুই-এদিন বকৰাৰ হতুৱাই যিসোপা লেখালে, (টকা দিয়া মানুহ দুজনক দেখুৱাই বিশ্বাস জন্মাবলৈ) সেইসোপা এনেয়ে পৰি আছে। শৰ্মাই খেয়াল মতে যেতিয়া যি পাৰে চুটিং কৰি গৈছে। তাৰ উপৰি ইমান অসভ্যৰ দৰে চিঞৰ-বাখৰ কৰি ফুৰে শৰ্মাই। নিমিষাকো আগত লৈ সেইবোৰ শুনি থাকি অসহ্য লাগে বকৰাৰ। কেতিয়াবা হাতৰ মুঠি টান হৈ আহে। নিমিষাই কিন্তু আজিকালি বকৰাৰ শৰ্মাৰ ওপৰত খং উঠা যেন দেখিলেই নানা কথা কৈ শৰ্মাই তেনেকুৱা কৰা স্বাভাৱিক বুলি বুজাই বকৰাক শান্ত কৰিবলৈ চেষ্টা কৰে। নিমিষাই কয়: বৰ ব্যস্ত হৈ থাকিলে সকলো মানুহৰে মাজে মাজে খং উঠে। তুমি সেইবোৰত নালাগিবা। কেতিয়াবা যে বকৰাৰ নিমিষাক শৰ্মাৰ ফলীয়া হোৱা যেন লাগে। আৰু, বেছি খং উঠে। কিন্তু বকৰাই বুজে যে শৰ্মাৰ লগত কাজিয়া হোৱাটো বন্ধ কৰিবলৈকে নিমিষাৰ সেই চেষ্টা। সেই কাৰণেই ইমান বেয়া পায় যদিও বকৰাৰ লগতে প্ৰায়ে স্টুডিঅ'লৈ আহে—বকৰাক শাসন কৰি ৰাখিবলৈকে। তথাপি মনটোৱে কেতিয়াবা খণ্ডতে সন্দেহ কৰিব খোজে।

সেইদিনা দিনৰ এঘাৰমান বজাত স্টুডিঅ'ৰ বাহিৰতে বকৰাই নিমিষাৰ লগত কথা পাতিছিল—আজি শৰ্মাক কিছু টকা খুজিব নেকি বুলি। কাৰণ, নিমিষাৰ নিজৰ টকা পাঁচ-শৰ বাহিৰে সেইদিনা বকৰাৰ হাতত এপইচাও নাছিল। সকলো শেষ হ'ল। খোজাত নিমিষাৰ বাধা নাই। কিন্তু মানুহটো সদায় খিটো খুঁতিত থাকে। পইচা নিদিলেও, আনকি কিবা ক'লেও, বকৰাই নিজে একো খং বা কাজিয়া নকৰে বুলি নিমিষাই বকৰাক শপত খুৱাইছিল। হাঁহি হাঁহি বকৰাই শপত খাইছিল। বকৰা-নিমিষাৰ এই সুখৰ পৰিবেশ দূৰে দূৰে অহা-যোৱা কৰি থকা আৰ্টিস্ট আৰু স্টুডিঅ'ত কাম কৰা মানুহে চাই চাই উপভোগ কৰি গৈছিল। ভিতৰত শৰ্মাই চুটিং পৰিচালনা কৰি আছিল। এনেতে হঠাৎ শৰ্মা খুহুহা অহাদি ওলাই আহিল। আহিয়েই বকৰাক দেখি ক'লেহি: হেৰি বকৰা কি কৰিছে? ডাক্তৰ কাকতীৰ লগত অহা সেই আৰ্টিস্ট দুজনক—গিৰি দাস আৰু কমল বৰাক আজি চুটিঙৰ কাৰণে অনোৱাৰ কথা আছিল নহয়?

: হয় নেকি? মইতো নাজানো।

: এস্, আপুনি একো খবৰকে নাৰাখে।

বকৰাই বুজি নাপালে, তেওঁক খবৰটো নিদি যদি শৰ্মাই দুৱৰ ভিতৰতে থৈ দিয়ে, তেন্তে সেই খবৰ তেওঁ কেনেকৈ পাব পাৰে। আন একো কথা নকৈ শৰ্মা খপ্ কৰে ওচৰতে থকা টেক্সিখনত উঠি বহিল—আৰ্টিষ্ট আনিবলৈ ওলাল। সকলো অবাক হৈ চাই ৰ'ল। গাড়ী ষ্টাৰ্ট কৰিলে। অকণমান চলিলো। আকৌ ৰ'ল। শৰ্মাই গাড়ীৰপৰা বকৰাক হাত বাউল দি মাতিলে। দহ হাতমান দূৰ মাত্ৰ; বকৰা আগুৱাই গ'ল। শৰ্মাই ক'লে: আপুনিও উঠক। বকৰাই ঘূৰি নিমিষালৈ চালে। বেচেৰীক কেতিয়াও অকলে এৰি যোৱা নাই। বেয়া লাগিল। বকৰাই চোৱা দেখি নিমিষা দুখোজমান আগুৱাই গ'লেই। "উঠক হেৰি, কি খেয়ালিখন কৰি আছে।"—এইবুলি শৰ্মাই বকৰাক প্ৰায় টানিয়েই গাড়ীত তোলাৰ লগে লগে গাড়ী চলিল। আধা ফাৰ্লংমান গৈয়েই নিজৰ ঘৰৰ আগত শৰ্মা নামিল। বকৰাক ক'লে: আপুনি বেগেতে আৰ্টিস্টকিজনক লৈ আহকগৈ। মই খোজ কাঢ়িয়েই ষ্টুডিঅ'লৈ ঘূৰি যাম। বকৰাৰ এবাৰ ইচ্ছা হ'ল, টেক্সি ঘূৰাই নিমিষাক লৈ আহেগৈ। বৰ কৰুণভাৱে চাইছিল বেচেৰীয়ে। শৰ্মাৰ লগত গৈ কিবা বিপদত বকৰা পৰিব পাৰে বুলি ভয় খাইছিল চাগে। কিন্তু আকৌ কেনেবাকে বাটতে শৰ্মাক লগ পালে বৰ কেলেঙ্কাৰী হ'ব। মানুহবোৰেও তেওঁক বৰ তিৰোতা-সেকৰা বুলি ভাবিব। তাতকৈ বেগেতে আৰ্টিস্টকিজনক লৈ অহাই ভাল। কিমান সময় নো লাগিব? খুব বেছি আধা ঘণ্টা। নিমিষাই অকণমান বেয়া পাব আৰু। কিন্তু নিমিষাৰ মন ভাল লগাবলৈ নো কিমান সময় লাগে?

বকৰা গৈ ডাক্তৰ কাকতীৰ আৰ্টিস্টসকল থকা কেম্প পালেগৈ। কালিয়েই গিৰি দাস আৰু কদ্ৰ বৰাৰ্লৈ খবৰ পঠাইছিল শৰ্মাই—পুৱাই নিয়াব বুলি। দুয়োজন অসমৰ বিখ্যাত শিল্পী। তেওঁলোক বৈ আছে। কাৰণ তেওঁলোকে ধৰি লৈছে যে চিনেমাৰ কামত এনেকুৱাকৈ সময় ৰাখিব নোৱাৰাটো আচৰিত নহয়। কাকতীৰ লগত কথা পতাৰ লগে লগে চাহ এপিয়লা খাই দুয়োকে লৈ ঘূৰি আহোঁতে এঘণ্টামান হ'ল। আহি পাই দেখে শৰ্মা নাই। এতিয়া টেক্সিক পইচা দিবলৈ বকৰাৰ হাতত পইচাও নাই। নিমিষাক বিচাৰিলে পইচা আছে নেকি সুধিবলৈ। ইটো-সিটোক সুধিও গম নাপালে ক'লৈ গ'ল। এনেতে মিনা নামৰ ছোৱালীজনী আগবাঢ়ি আহি ক'লেহি তেওঁৰ লগৰ ছোৱালী দুজনীৰ লগত বাটৰ ফালে নিমিষা ফুৰিবলৈ ওলাই গৈছে। এতিয়া টেক্সিক ক'ৰপৰা পইচা দিয়ে? বকৰা টেক্সি লৈয়ে শৰ্মাৰ ঘৰ পালেহি। শৰ্মা ঘৰতো নাই বুলি চাকৰটোৱে ক'লে। আকৌ ষ্টুডিঅ' পালেহি। নাই। নিমিষাও ঘূৰি অহা নাই। বকৰাৰ অৱস্থাটো দেখি পুতৌ হৈ কাকতীৰ কেম্পৰপৰা অহা গিৰি দাসে টেক্সিৰ পইচাটো দিয়া দেখি লাজ পাই বকৰাই ক'লে: মই হাতত পইচা ৰখাই নাছিলোঁ। শৰ্মা আহিলেই দিম।

ভেখেতসকলে 'বাক হ'ব বাক' বুলি সক কথাৰ দৰে সেই প্ৰসঙ্গ এৰি পেলালে। এঘণ্টাৰ পিচতো শৰ্মা নোলালহি।

দুষণ্টামানৰ মূৰত স্টুডিঅ'ৰ অফিচৰ মানুহ এজন আহি বকৰা নামৰ মানুহজনক বিচাৰি ফুৰা দেখি জীৱনজিৎ বকৰা আগবাঢ়ি গ'ল। মানুহজনে ক'লে—শৰ্মাই বোলে ক'ৰবাৰপৰা ফোন কৰি জনাইছে আজি আৰু চুটিং নহয়। তেখেত কিবা আন কামত ব্যস্ত হৈ পৰিল বোলে। মেক-আপ্ কৰি বহি থকা আৰ্টিস্টবোৰে ভোৰভোৰাই মেক-আপ্ এৰবাবলৈ গৈছিল। ভাগ্য ভাল যে তেতিয়ালৈকে সেই বিশিষ্ট শিল্পী দুজনক মেক-আপ্ কৰোৱা হোৱা নাছিল। তেওঁলোক কেতিয়া গুচি গ'ল, সেই ফাললৈ বকৰাই লাজতে চকু নিদিলে। বাকীবোৰো প্ৰায় গৈছেই। তেতিয়া হে বকৰাৰ মনত পৰিল নিমিষাৰ কথা। নিশ্চয় ঘৰলৈকে গ'ল। সেইটো হে ঘৰ; বকৰা গুচি যোৱাৰ পিচত ওফোন্দ পাতি চাগৈ অকলে যাবলৈ বেয়া পাই ছোৱালীকিজনী লৈ গুচি গ'ল। বকৰাই তথাপি ঘৰলৈ যোৱাৰ আগতে তাতে কথা পাতি ৰৈ থকা মেক-আপ্-মেনজনক ক'লে—নিমিষা আহিলে বকৰা ঘৰলৈ যোৱা বুলি ক'বলৈ।

মাত্ৰ আধা ফাৰ্লং দূৰ। স্টুডিঅ'ৰপৰা ঘৰ দেখি থাকি। ঘৰত গৈ বকৰাই দেখে তলা বন্ধ। সন্দেহ কৰি ওপৰ-তলাত গৈ দেখে, শৰ্মাৰ তাত কেৱল মজিদ নামৰ চাকৰটো আছে। তাক সুধিলে বকৰাই। সি ক'লে যে এঘাৰমান বজাতে এবাৰ আহি এক মিনিটো নোবোৱাকৈ শৰ্মা গুচি গ'ল। তাৰ পিচত আৰু অহা নাই। নাই, সেই ছোৱালী দুজনী বা নিমিষা তালৈ যোৱা নাই—অকলেও যোৱা নাই, শৰ্মাৰ লগতো যোৱা নাই।

বকৰা আকৌ স্টুডিঅ'লৈ গ'ল। নাই, তাতো কোনো নাই। নিমিষা নিশ্চয় ইমানপৰ বকৰা নোহোৱাকৈ নিশ্চিন্তমনে ঘূৰি ফুৰা মানুহ নহয়। নিমিষাৰ নিশ্চয় কিবা বিপদ হৈছে। কি কৰিব এতিয়া বকৰাই? শৰ্মা আৰু নিমিষা দুয়োটা নাইকিয়া হোৱাত বকৰাৰ মনলৈ বহুত সন্দেহ আহিল। বকৰাক সন্দেহে বিভত কৰিলে। কিন্তু সেই সময়তে আকৌ মনত পৰিল যে নিমিষাই শৰ্মাক ইমান বেয়া পায় যে আন যি কোনো কথাতে নিমিষাক সন্দেহ কৰিব পাৰিলেও শৰ্মাৰ লগত যোগ হোৱা বুলি সন্দেহ কৰিব নোৱাৰি। তাতকৈ নিমিষা নিজে টেঁটু চেপি মৰিব। কিন্তু ক'লৈ যাব পাৰে? এই চৰিত্ৰৰ ঠিক নাইকিয়া ছোৱালীবোৰৰ লগত ফুৰিবলৈ যোৱাই বেয়া হৈছে নহয়। ৰিক্সা এখনত বা টেক্সি এখনত উঠি বিচাৰি চাবলৈও জেপত পইচা এটা নাই। নিৰুপায় বকৰা প্ৰায় আধা ঘণ্টাৰ মূৰত আকৌ ঘৰ পালেহি। আহি দেখে দুৱাৰত তলা নাই। বকৰাই 'নিমি' বুলি মাতিলত দুৱাৰ খুলি নিমিষাই অবাক হৈ বকৰালৈ চালে। এইমাত্ৰ গা ধুই উঠিছে নিমিষা; চুলিৰপৰা পানী পৰি আছে। ভয়ত চকুকিটা ডাঙৰ কৰি নিমিষাই প্ৰায় চিঞৰি দিলে: তু—ম্—ম্—মি—ই—ই !!

বকৰা ভিতৰ সোমাই গ'ল: ইমান বিচাৰিলোঁ তোমাক। স্টুডিঅ'ৰপৰা ঘৰ; আকৌ স্টুডিঅ'; আকৌ ঘৰ। ছোৱালীকিজনীৰ লগত ক'ত ফুৰিলা?

: বাপাই বাপাই। (সেপ গিলি) মই ভাবিছোঁ তুমি বৰ বেছি কৰিবা। (স্বাভাৱিক হ'বলৈ যত্ন কৰি) ইমান ভাল লাগিল।

বকৰাই ভাল পালে নিমিষাৰ ভাল লগা কাৰণে। কিন্তু অকলে ষ্টুডিঅ'ত এৰি যোৱাৰ বাবে খং উঠা কাৰণে যেন অলপ দুখো পালে। ইমান ভয় খোৱা যেন লাগিছে নিমিষাক। দিনৰ ভিতৰতে ঘৰৰ ভিতৰত থাকোঁতেই কোনোবাই দুৱাৰত শব্দ কৰিলেই ইমান ভয় খাব লাগে নে? বৰ ভয় এই নিমিষাজনীৰ। বিচনাতে বহি বকৰাই চাৰ্টৰ বুতাম খুলিলে।

: ইমান ভয় খোৱা যেন লাগিছে তোমাক। আন কোনোবা আহিছে বুলি ভয় খালা?

বুকুত হাত দি ভয় কমোৱাৰ চেষ্টা কৰি নিমিষাই ক'লে: ওঁ। বৰ ভয় খালোঁ। তাতে মই গা ধুই আছিলোঁ।

বকৰাই যেতিয়া হে মন কৰিলে। নিমিষাই লবালবিকৈ তিতা গাৰ ওপৰতে কাপোৰ পিন্ধি আহিছে। কাপোৰ আধাআধি তিতা।

: এ ৰাম। যোৱা, কাপোৰবোৰ সলাই পেলোৱাগৈ।—বকৰাই হাত মেলি নিমিষাক টানি আনিব খুজিলে।

নিমিষাই আঁতৰি লবালবিকৈ ক'লে: ব'বা, মই গা ধুই আহোঁ। আধা ধোৱা হ'ল। তুমি এটা কাম কৰিবা দেই সোণ। মই ষ্টোভটো জ্বলাই দি যাওঁ; পিয়লা আদিও যোগাৰ কৰি দি যাওঁ। তুমি চাহ এপিয়লা নিজে কৰি খাবা দেই। মই দুটামান কাপোৰ ধুবলৈ লৈছোঁ। বেয়া পাবা?

কিয় বেয়া পাব বাক বকৰাই? নিমিষাই সদায় কৰা চাহ-ভাতৰ কামবোৰত অকণমান লাগি দিবলৈ পালে বকৰাই ভালেই পায়। বকৰাই থিয় হৈ চাৰ্ট খুলি ক'লে: আজি যেন্তে অলপ ঘৰুৱা কামকে কৰোঁ। মই চাহ কৰোঁ। তোমাকো দিম।

সকাহ পোৱাৰ হাঁহি মাৰিলে নিমিষাই। বকৰালৈ বৰ মৰম লাগি যোৱাকৈ চালে। বকৰা চাহৰ বস্তু যোগাৰ কৰাত লাগিল—নিজে ষ্টোভ জ্বলোৱাৰপৰা আৰম্ভ কৰি মাজে মাজে বাথ-ৰুমৰ দুৱাৰৰ ওপৰেদি থকা ফুটাইদি চাহপাত ক'ত, চেনি ক'ত আদি সুধি থাকিল। এবাৰ বকৰাই বাথ-ৰুমত থকা নিমিষাক চাহ কৰাৰপৰাই ক'লে: তুমিতো মোক সোধাই নাই; আজি কি হ'ল জানা?

: কি হ'ল?

আৰ্টিষ্ট দুজন চৌধুৰীৰ অনাৰপৰা শৰ্মাক বিচাৰি নোপোৱালৈকে সকলো কৈ গ'ল বকৰাই।

বাথ-ৰুমৰ ভিতৰৰপৰা নিমিষাই ক'লে: জানো কি কৰা তোমালোকে।

চাহ হ'ল। নিমিষাৰ ওলাবৰ হোৱাই নাই। বকৰাই "চাহ চেঁচা হ'ল" বুলি একেবাৰেঁ কোৱাৰ পিচত ওলাই আহিল। আহিয়েই ক'লে: তুমি খোৱাচোন সোণ। মই একেবাৰে আজৰি হৈ লওঁ। গোসাঁইৰ আগত ধূপভাল লগাই লওঁ।

বকৰাই আপত্তি নকৰিলে। শ্ৰীকৃষ্ণৰ সৰু ক'টোধৰৰ আগত নিমিষা ধূপ জলাবলৈ গ'ল। বকৰাই চাহ খাবলৈ আৰম্ভ কৰিলে।

: আজি সোনকাল হল ধূপ জলোৱা।

: হওক।

বকৰাই চাহ খাই ওপৰলৈ চাই আকাশ-পাতাল গুণি বিচনাত পৰিল। ছবিৰ জোতাও তেতিয়া খোলা নাই। হঠাৎ উচুপনি শুনি ঘূৰি চাই দেখে হাতত ধূপ লৈ উচুপিছে নিমিষাই। জঁাপ মাৰি উঠি বকৰা নিমিষাৰ ওচৰ পালেগৈ।

: কি হ'ল নিমিষা ?

: ধূপকিডাল নজ্বলে। ধূপ নজ্বলিলে মোৰ বৰ ভয় লাগে।

ধূপ নজ্বলিলেই, বিশেষকৈ এডাল জুইশলাৰে নজ্বলিলেই, নিমিষাই ভাবে ভগৱানে খং কৰিছে। নিমিষাৰ সেইটো ভয় বকৰাই জানে। আজি কিন্তু নিমিষাৰ ভৰিৰ ওচৰত কেবাডালো কাঠি পৰি আছে। তথাপি ধূপ জ্বলা নাই। বকৰাই চালে। জুইশলাবোৰ আজিকালি এনেয়ে বেয়া। তাতে নিমিষাৰ হাত তিতা। কেনেকৈ জ্বলে বাৰু ? বকৰাই নিজে এডাল জুইশলাৰে ধূপ জ্বলাই নিমিষাৰ মুখলৈ চালে। মুখত হাঁহি বিৰিঙাই নিমিষাই ক'লে : মই গা ধুলে কি হ'ব ; তুমি মোতকৈ বহুত পবিত্ৰ। ভগৱানে তোমাৰপৰা হে গ্ৰহণ কৰে।

ধূপ জ্বলাই উঠি নিমিষাই চাহ খোৱাৰ আগতে বকৰাই খাই থোৱা থাল-পিয়লা ধুই ঠাইকণ নিকা কৰি পেলালে। ইতিমধ্যে বকৰাই চোলাটো গাত সুমাই ক'লে : মই আকৌ এবাৰ খবৰ কৰি আহোঁচোন—শৰ্মা ক'লৈ গ'ল।

নিমিষাই চক্ খাই বকৰালৈ চালে—যেন বকৰা যুদ্ধলৈ যাবলৈ হে ওলাইছে। বকৰাই হাঁহি ক'লে : একো ভয় নাই। মই ওপৰ-মহলাত তেওঁৰ ঘৰতে হে খবৰ কৰি আহিম। দূৰলৈ নাযাওঁ।

: কিমান সময় কৰিবা ?

: লগ পালে অকণমান দেৰি হ'ব। বহুত কথা পাতিব লগা আছে। নহ'লে পাঁচ মিনিট।

: কি কথা পাতিবা ?

: ছবিখনৰ বিষয়েই।

: ছবিখনৰ বিষয়েনো আৰু কিমান কথা পাতা ? কাম যেখোন হৈয়ে আছে।

: ঠিক নিয়মমতে হোৱা নাই।

: হ'ব হে হ'ব। তুমি মিছাকৈ বেছি ব্যস্ত হোৱা। লগ পালে দেৰি হ'ব বুলি মোক খবৰ দি যাবাহি।

মূৰ জোকাৰি বাৰু বুলি কৈ বকৰা নিমিষাৰ কাষে আহিল—ওলাই যোৱাৰ আগতে চুমা খাই যোৱাৰ কৰ্তব্যটো কৰিবলৈ।

হাঁহি মাৰি নিমিষাই আঁতৰি দিলে : মই বুজিছোঁ। নালাগে।

: কিয় ?

: ( হাহি মুখেৰে ) মই কিমান পৰ গা ধুওঁ৷ দেখিছা ?

এইটো আকৌ কি প্ৰশ্ন বুলি বকৰাই ভাবোঁতেই নিৰিবাই আকৌ ক'লে : এতিয়াও চাহ মই খোৱা নাই দেখিছা ?

বকৰাই এতিয়া হে মন কৰিলে যে নিৰ্মিবাই চাহ খোৱা নাই।

: কিয় ?

: আজি এটা ব্ৰত আছে। পতিকে তুমি মোক এতিয়া মৰম কৰিব নালাগে।

এতিয়া হে বকৰাই বুজিলে। কিবা একোটা বিপদৰ সন্দেহ কৰি মাজে মাজে এনেকুৱা ব্ৰত নিৰ্মিবাৰ চলি থাকে। কলিকতাতো পাহৰা নাই।

: আকৌ আৰম্ভ হ'ল নে ?

: তোমাৰ বিশ্বাস নাথাকিলে কি হ'ব ? দেখিছিলা নে, আজি ধূপকে মঙ্গল হৈছিল ?

: অ', ব্ৰত নকৰাৰ কাৰণে ভগৱানে বেয়া পাইছে ?

: চুপ। উপলুঙা নকৰিবা।

হাতযোৰ কৰি "ভাল বাৰু" বুলি সেৱা কৰাৰ ভংগিৰে খন্তেক বৈ বকৰা ওলাই গ'ল।

জীৱনজিৎ বকৰাই গৈ দেখে কেমেৰামেন পাল আৰু আৰ্ট ডিৰেক্টৰ বাকৃচিৰ লগত হাহি-ধেমালিত শৰ্মা মচগুল। আৰ্টিস্ট দুজন আনিও চুটিং ল'ব নোৱাৰাৰ কাৰণে বকৰাৰ যি চিন্তা, সেই চিন্তাই তেওঁলোকক অকণো আমনি কৰা নাই। এই পাল আৰু বাকৃচিক প্ৰথমবেপৰাই বকৰাই ভাল পোৱা নাই। দুইটাকে কিবা গুণ্ডা-চৰ্দাৰ যেন লাগে। আৰু বকৰাৰ বিশ্বাস, এই দুটা মানুহেই বেয়া বুদ্ধি কিছুমান দি শৰ্মাক নষ্ট কৰিছে। গুৱাহাটীত লগ পোৱা শৰ্মা আৰু কলিকতাত লগ পোৱা শৰ্মাৰ মাজত বহুত পাৰ্থক্য পাইছে বকৰাই।

: বহক বকৰা।

: বহোঁ বাৰু। কিন্তু সেই আৰ্টিস্ট দুজনক আনি আজি ঘূৰাই পঠোৱাটো বৰ বেয়া কথা হ'ল। আনকি টেক্সিৰ ভাড়াও তেওঁলোকেই দিব লগা হ'ল। মোৰ হাতত এটা পইচাও নাছিল।

হাঁহিলে শৰ্মাই : ভয় নাথাব বকৰা। সেইবোৰ আৰ্টিস্ট আকৌ ঘূৰি ঘূৰি মোৰ ওচৰলৈকে আহিব।

: কিন্তু কথাটো দেখিবলৈ বৰ বেয়া হ'ল।

: একো নাই।

: আপুনি আজি হঠাৎ যে ক'ৰবালৈ গুচি গ'ল। স্টুডিঅ'ৰ ভাড়াও এনেয়ে দিব লগা হ'ল।

: হওক দিয়ক। আজি মোৰ এটা ডাঙৰ কাম হৈছে। এতিয়া ছবি হ'ব— খুব ভালকৈ হ'ব।

: কিন্তু...

: আপোনাক এতিয়াই ক'ব নোৱাৰোঁ। সম্ভৱত ক'ম।—শৰ্মাই অৰ্থপূৰ্ণভাৱে পাল আৰু বাকৃচিলৈ চালে।

পাল আৰু বাকৃচিয়ে মূৰ দুপিয়াই সমৰ্থন কৰিলে যে এতিয়াই বকৰাক ক'ব নোৱাৰি।

আনিবলৈ বকৰাই কোনো নতুন আগ্ৰহ প্ৰকাশ নকৰিলে। কিন্তু ক'লে: মোক অলপ টকা লাগিছিল।

: অ' এৰা। আপোনাক টকা দিয়া হোৱা নাই। আপোনাৰ ওপৰতে সকলো ভাৰসা। আপোনাকে আকৌ টকা-পইচাৰ অসুবিধাত পেলাইছোঁ।

শৰ্মা টকা আনিবলৈ বুলি ভিতৰলৈ গ'ল। অলপ পিচতে ভিতৰৰপৰা কেমেৰামেন পালক চিঞৰি মাতিলে। কিছু সময় দুয়ো কথা পাতি হাতত টকা দুশ লৈ ওলাই নৌ আহোঁতেই ভিতৰতে ভাঙৰকৈ শৰ্মাই ক'লে—

: আপুনি অকলে যি পাৰে কৰক। মোৰ গা বৰ বেয়া লাগিছে। যায় যদি বকৰাকে লৈ যাওক।

কৈ কৈয়েই শৰ্মা ওলাই আহিল আৰু বকৰাক টকা দুশ দিলেহি। মিস্টাৰ পালে অনুৰোধ কৰাদি বকৰাক বঙালীতে ক'লে: আমি স্টুডিঅ'ত যিকিদিন পূৰাকৈ চুক্তি কৰিব নোৱাৰিলোঁ, সেইকিদিনৰ ভাড়া কিছু কমোৱাৰ কাৰণে চেষ্টা কৰোঁগৈচোন ব'লক। শৰ্মাৰ গা ভাল লগা নাই কাৰণে হে আপোনাক অনুৰোধ কৰিছোঁ।

ছবিখন সংক্ৰান্ত কোনো কামকে কৰিবলৈ বকৰাৰ ভাগৰ নাই। কিন্তু আজি কিবা বকৰাৰ ভাল নালাগিল। শৰ্মাৰ কাৰণে অৰ্ধেন্দু পাল আৰু বাকৃচি বেছি বিশ্বাসী; বকৰাক নোকোৱা কথাও সিহঁতক কয়।—এনেকুৱা ব্যৱহাৰৰ পিচতে সেই পালৰ লগতে যাবলৈ বকৰাৰ অকণো ভাল নালাগিল। ছবিৰ কামত শৰ্মাৰ লগত লগাৰ পিচত বকৰাই প্ৰথমবাৰৰ কাৰণে প্ৰত্যাখ্যান কৰিলে। বকৰাই ক'লে: মই নাযাওঁ; আপুনিয়েই যাওক।

: আপুনি ক'ৰবালৈ যাব বেকি এতিয়া?—পালে পুনৰ বকৰাক সুধিলে।

: নাযাওঁ। ঘৰতে হে থাকিম।

শৰ্মাৰ ভাৰপৰা নামি আহি নিজৰ ফ্লেটৰ সম্মুখত খটখটীৰ ওপৰতে বকৰা খন্তেক বল। ভাবিলে—নিৰিৰাই আজি ব্ৰত কৰিছে যেতিয়া, ৰাতিৰ লাজৰ বন্ধা-বঢ়াৰ কাম কিছু বকৰাই কৰিবই লাগিব। নিৰিৰাই নিজে নাখালে যেচেৰীৰ হতুৱাই বন্ধাই অকলে খাবলৈ বেয়া লাগে। বকৰা মোসোৰাল। পোনে পোনে নামি টেক্সি এখনত গৈ নবাবৰিকৈ নিশা খাবৰ কাৰণে লুচি-ভাজি-মিঠাই আদি কিছু কিনি লৈ বকৰাই নিজৰ দুৱাৰত শব্দ কৰিলেহি। দুৱাৰৰ ফাকেদি প্ৰথমে জুমি চাই নিৰিৰাই দুৱাৰ খুলিয়েই ক'লে—

: আহিলাই আজি? মই ৰবটোকে ৰচি শেষ কৰিব পৰা নাই।

: জুৰিভো আজি ৰাতি ভাত নাৰাদ্ধা?

: তুমি কেনেকৈ জানিলা ?

: তুমিতো এইবাৰেই প্ৰথম ব্ৰত কৰা নাই। আগেয়েও দেখিছোঁ মইয়ে।

: মই সকলো যোগাৰ কৰি দিম। তুমি সোণ বাহি খাবা দেই।

বকৰাই হাঁহিলে। পিঠিৰ কালে লুকাই থোৱা খোৱা-বস্তবোৰ আগলৈ আনি দেখুৱাই ক'লে: মই জানি-শুনি যোগাৰ কৰি লৈ আহিছোঁ। তোমাৰ কাৰণে আনিছোঁ দৈ আৰু ছানাৰ মিঠাই। তুমি হে কোৱা মোৰ একো খবৰা কথা মনত সাথাকে বুলি।

নিমিষাৰ চকুত বকৰালৈ গোট খোৱা মৰমখিনি যেন চকুপানী হৈ বাগৰি পৰিব। ব্ৰত কৰি থকা অৱস্থাত বকৰাক স্পৰ্শ কৰি মৰম প্ৰকাশ কৰিব নোৱাৰিলে নিমিষাৰ চকুৰ চাৱনিত মৰমৰ তীব্ৰতা বাঢ়ে। খোৱা-বস্তখিনি থ'বলৈ নি বকৰাই ক'লে: তোমাৰ চকু দুটা বৰ মৰমিয়াল। চাই থাকিলে তোমাৰ ব্ৰত ভাঙি দিবৰ মন যায়।

চক্ খাই নিমিষা আঁতৰি যায়: সোণটো মোৰ; তেনেকুৱা নকৰিবা আকৌ। তোমাৰ ভালৰ কাৰণে হে কৰিছোঁ।

স্পৰ্শেৰে দিব পৰা সকলোখিনি মৰম নিমিষাৰ চাৱনি আৰু মাতত যেন উপচি পৰিছে। নিমিষাৰ চকুৰেদি যেন মৰমৰ চকুপানী এই বাগৰোঁ—এই বাগৰোঁ।

: চাবা, চকুপানী ওলাই যাব আকৌ।

ধেৎ বুলি নিমিষাই আঁচলখন খন্তেকৰ কাৰণে চকুত হেঁচি ধৰিলে।

এদিন, দুদিন, তিনি দিন গ'ল।

নিমিষাৰ ব্ৰত সাধাৰণতে এবেলাৰ বা এৰাতিৰ থাকে। এইবাৰৰ দৰে দিনৰ পিচত দিন ধৰি নিমিষাই কেতিয়াও ব্ৰত কৰা নাই। তিনি দিনলৈকে বকৰাই সহ্য কৰি আছিল। চতুৰ্থ দিনা দুপৰীয়া বকৰাৰ খং উঠা যেন দেখি নিমিষাই বকৰাক বাহি-বাঢ়ি খুৱালে। গাজি খাই নিজেও খালে। কিন্তু ৰাতি বকৰাৰ লৈতে একেখন বিচনাত শুবলৈ তথাপি মান্তি নহ'ল। বকৰাই আৰু ধৈৰ্য ধৰিব নোৱাৰিলে। নিমিষাক টানি বিচনালৈ লৈ আহিল। টানি আনি বকৰা আচৰিত হ'ল। বতাহত গছ-পাত কঁপাদি গোটেই মানুহজনী কঁপিবলৈ ধৰিলে। মুখত যিমান আহিল সিমান শপত দিলে নিমিষাই। কান্দি কান্দি ক'লে: মোক ক্ষমা কৰা সোণ। মই সকলো তোমাৰ মঙ্গলৰ কাৰণেই কৰিছোঁ, আমাৰ ভালৰ কাৰণেই কৰিছোঁ....

বকৰাৰ মনত কিবা খু-দুৰনি লাগিল। আজি তিনি দিনে নিমিষাৰ ব্যৱহাৰত বহুত কিবা আচৰিত পাইছে বকৰাই। ক'বলৈ লাজ লাগিলেও, এটাইতকৈ ডাঙৰ কথা হৈছে—নিমিষাই এই তিনি দিন শৰ্মালৈ আগৰ দৰে ভয় নকৰা হ'ল। পৰহি আহিছিল শৰ্মা। বকৰাই কাপোৰ পিন্ধোমানে নিমিষাই আগফালৰ কোঠাত শৰ্মাৰ লগত কথা পাতিলে। শৰ্মাই ক'লে: বকৰা সঁচাকৈ প্ৰতিভা থকা মানুহ। তেখেতৰ অভিনয় বৰ ভাল হৈছে। জীৱনত তেখেতৰ সাধনা সফল হ'ব। খুব সোনকালে চুটিং শেষ কৰি টকা-পইচা দি বকৰাক গুৱাহাটীলৈ পঠিয়াই দিম। তাৰ মাজতে

নিমিষাই হঠাৎ সুধিলে : তেখেতৰ কিবা অপকাৰ কোনোবাই কৰিব নেকি? শৰ্মাৰ উত্তৰ : বকৰাৰ অপকাৰ কোনে কৰিব? কাৰ সাহ আছে? আপোনাৰ বকৰাক মই বেছি বিধ্যাত কৰি দিওঁ। তাৰ পিচত আপুনি লৈ যাব। আপোনাৰো কষ্ট হৈছে ইমান। নিমিষাৰ উত্তৰ : মোৰ আৰু কষ্ট কি? সেইকণ কষ্ট সকলো ঘৈণীয়েকে কৰে, কৰিব পাৰে। এনেকুৱাকৈ শৰ্মাৰ লগত নিমিষাই কেতিয়াবা কথা পাতিব পাৰিব বুলি বকৰাই কল্পনাও কৰা নাছিল।

কালি আহিছিল শৰ্মা। বকৰাৰ লগত কথা পাতি আছিল। ভিতৰৰপৰা হঠাৎ ওলাই আহি নিমিষাই শৰ্মাক পোনে পোনে চাই প্ৰশ্ন কৰিছিল : আমি কেতিয়া যাব পাৰিম? আপুনি সোনকালে এওঁৰ কাম শেষ কৰি দিয়ক দেই!

আজি শৰ্মাক খট্‌খটীয়েদি নামি যোৱা দেখি নিমিষাই নিজে আগবাঢ়ি গৈ ক'লে : চিনেমাৰ ক্ষেত্ৰত প্ৰাণৰো সংশয় আছে নেকি? আমাৰ এওঁক কিন্তু বিপদৰ মুখত পেলালে আপোনাক মই শুদাই নেৰোঁ।

বকৰাই খুব ভালকৈ বুজে যে এইবোৰ কথাৰ অৰ্থ বকৰাক নিৰাপদে নি গুৱাহাটী পোৱাৰাগৈ। তথাপি শৰ্মাৰ লগত ইমান সহজভাৱে কেতিয়াৰপৰা নিমিষাই কথা পাতিব পৰা হ'ল? সিদিনা নিমিষা ছোৱালীকিজনীৰ লগত ফুৰিবলৈ যোৱাৰ পিচৰপৰাই বহুত কিবাকিবি হোৱা নাই নে? সেই ছোৱালীকিজনীয়ে নিমিষাক কিবা বুজালে নেকি? সেইদিনাৰপৰাই নিমিষাৰ ব্ৰত; তাৰ পিচৰপৰাই শৰ্মাৰ লগত নিমিষাৰ কথা-বাৰ্তা! এইবোৰৰ অৰ্থ কি?

বাহিৰত শৰ্মাৰ মাত। ইমান ঘন ঘনকৈ শৰ্মা আহিবলৈ লৈছে কেলেই? নে সেইদিনা ছোৱালীকিজনীৰ লগত গৈ ক'ৰবাত নিমিষাই শৰ্মাক লগ পালে আৰু তাৰ পিচৰপৰাই এই পৰিৱৰ্তন! হ'বওতো পাৰে। তেনেকুৱা কিবা এটা হ'লে নিমিষাই তেওঁক কিয় ক'ব?

শৰ্মাই বাহিৰত মাতি আছিল। নিমিষাক টানি বিচনাত পেলোৱাৰ পিচত বেচেৰীয়ে কাউবাউ কৰি থকা অৱস্থাতে এৰি বকৰাই আহি শৰ্মাক বহিবলৈ ক'লে।

শৰ্মাৰ কথা দেখোন এক ধৰণৰ—

: আপুনি কি কৰিছে বকৰা? আজি তিনি দিন ধৰি ঘৰতে সোমাই আছে। মই ইপিনে দিনে পাঁচশকৈ ভৰি স্টুডিঅ' বুক কৰি দেওলীয়া হৈছোঁ। আপুনি এইদৰে ঘৰত সোমাই থাকিলে হ'ব নে?

: মই একো কাম কৰিব নোৱাৰোঁ। আপুনি যাওক। ওলাওক। —বকৰাই হাতৰ মুঠি টান কৰি শৰ্মাৰ কাণে চোঁচা ল'লে।

দৌৰি আহি নিমিষা দুৱোৰে মাজতে থিয় হ'ল। : কি কৰিছা তুমি? ইমান খং কিয় তোমাৰ? (শৰ্মাক) যাওক আপুনি শৰ্মা, মই পঠিয়াই দিছোঁ।

: ইমান খং কিহৰ?—শৰ্মাই বকৰাৰ ফালে চাই ক'লে।

: আপোনাক কৈছোঁ নহয়, মই পঠিয়াই দিছোঁ। যাওক আপুনি!—লগে লগে গৈ শৰ্মাক দুৱাৰমুখ পাৰ কৰি থৈ নিমিষা বকৰাৰ ওচৰ পালেহি। ক'লে : সোণ,

তুমি মোৰ মূৰটো একেবাৰে খাবা নেকি ? তোমাৰ কাৰণে মই কিমানখিনি ত্যাগ কৰিছোঁ, তুমি কিয় বুজা নোপ !

: সেইবুলি সেইটোৰ অসভ্য কথা মই সহ্য কৰিম নেকি ?

: যেনেকুৱা নকৰিবা সোণ। তুমি জানো মোক অকণো ভাল নোপোৱা ? মোক যে তুমি কি বিপদত পেলাইছা। সেইবোৰ মানুহে এই আচহুৱা ঠাইত তোমাৰ কিবা অপকাৰ কৰে যদি মই বাক কি কৰিম ?—হুক্‌হুকৈ কান্দিবলৈ ধৰিলে নিমিষাই।

কিছু পৰৰ পিচতে বকৱাক লৈ নিমিষা শৰ্মাৰ ওচৰ পালেগৈ। কেমেৰামেন পাল বহি আছিল শৰ্মাৰ লগত। বকৱাক দেখিয়েই শৰ্মাই হাঁহি ক'লে : আজি বকৱাৰ কি খং ! মাফ কৰিব দেই বকৱা। মই আপোনাক কোনো বেয়া অৰ্থত কোৱা নাছিলোঁ।—কথা কওঁতে শৰ্মাই নিমিষাৰ ফালে চাই আছিল। বকৱা বহাৰ পিচত শৰ্মাই ক'লে : আপোনাৰ কাৰণেই বৈ আছিলোঁ। স্টুডিঅ'লৈ যাব লাগে, ফিল্ম কিনিব লাগে, আৰ্টিস্টৰ ৰিহাৰ্চেল কৰাব লাগে। মইনো কিমান কৰিম ? আপুনি এওঁ পালৰ লগতে গৈ কিছু কৰি আহকচোন।

বকৱাই নিমিষাৰ ফালে চালে। নিমিষাই ক'লে : যোৱা। কাম শেষ হ'লেই ঘূৰি আহিবা। মই ঘৰতে থাকোঁ। পালৰ চকুত বিৰিঙি উঠা দুষ্টালিৰ হাঁহিটো তাৰ স্বভাৱৰ দোষ বুলি ভাবিলে বকৱাই। নিমিষাক নিজৰ ফ্লেটত থৈ, নিমিষাই দুৱাৰ বন্ধ নকৰালৈকে বৈ থাকি, বকৱা কেমেৰামেন পালৰ লগত ওলাই গ'ল।

মিস্টাৰ পালৰ লগত বকৱা প্ৰথমে গ'ল স্টুডিঅ'লৈ। স্টুডিঅ'ৰ মালিকসকলতো দপ্‌দপাই আছে। এসপ্তাহমানৰ পইচাও বোলে দিবলৈ বাকী। মানুহজনৰ কি খং ! খঙতে ক'লে : এজনী ছোৱালী পালেই চুটিং এৰি স্ফূৰ্তি কৰিবলৈ যোৱা মানুহে কি ছবি পৰিচালনা কৰিব ! শৰ্মাৰ বিষয়ে তেখেতে বোলে বহুত বদনাম শুনিছে। বকৱাক ক'লে, বকৱাৰ কথাও বোলে তেখেতে শুনিছে। বকৱা বোলে খুব ভাল মানুহ। ভাল মানুহ এইবোৰত থাকিব নাপায়। গতিকে বকৱাই ঘৈণীয়েকক লৈ ঘূৰি যোৱা উচিত। স্টুডিঅ'ত কি কথা পাতিবলৈ গৈছিল, বকৱাই নাজানে। "আমাক আকৌ স্টুডিঅ' লাগে" আদি কথা কিছু মিস্টাৰ পালে কোৱাৰ পিচত স্টুডিঅ'ৰ মালিকে পৰিষ্কাৰকৈ কৈ দিলে যে আগৰ বাকী টকাখিনি আগতে দিয়াৰ পিচত হে আন কথা হ'ব। তাত এঘণ্টামান কটাই বকৱাক লৈ মিস্টাৰ পাল ডাক্তৰ কাকতীৰ কেম্প পালেগৈ। তাত গৈ মিস্টাৰ পালে সেইদিনা মাতি অনা আৰ্টিস্টকিজনৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰিলে। ক'লে যে বিশেষ অসুবিধাত পৰি সেইদিনা চুটিং বন্ধ কৰি দিব লগা হ'ল। তাৰ পিচত ডাক্তৰ কাকতীয়ে বকৱাক মিলপাই মাতি নি শৰ্মাৰ ছবিৰ বিষয়ে দুই-এটা প্ৰশ্ন কৰিলে। বকৱাৰ মনটো ভাল লাগি থকা নাছিল। একো লুকাবলৈ চেষ্টা নকৰি বহুত কথা কৈ দিলে। ডাক্তৰ কাকতী অলপ গহীন হ'ল। বকৱাক ক'লে : তুমি মোৰ ল'ৰাৰ লগৰ ল'ৰা। একে ঠাইৰে মানুহ। সেই কাৰণে হে কৈছোঁ, সোনকালে যোৱাৰ চেষ্টা কৰা।

ধৈণীয়েৰাক পাবা যদি আগতে পঠিয়াই দিয়া। চিনেমাৰ জগৎখন এনেকুৱা যে ইয়াত ভাল মানুহ থাকিব নোৱাৰে বুলিয়েই মানুহে ভাবে। বহুতে বহুত কথা উলিয়াব। কাইনৈকে ধৰাচোন, ধৈণীয়েৰাৰ বিষয়ে কিবা এৰাৰ এনেয়ে উলিয়াই দিলেও চিৰ-জীৱনলৈ তোমাৰ ঘৰুৱা অশান্তি নহ'ব নে ?

বকুৱাৰ মনটো একেবাৰে কেনেবা হৈ গ'ল। কথাটো অকণো মিছা নহয়। নিমিষাৰ চিনেমাত কোনো কাম নাই। আহি আছেহি শৰ্মাৰ ফ্লেটৰ তলৰ মহলতে। ধুনীয়া ধৈণীয়েকক পৰিচালকৰ লৈতে প্ৰেম কৰিবলৈ দি বকুৱাই সুবিধা গ্ৰহণ কৰিছে বুলি কোনোবাই কথা উলিয়ালে বকুৱাই কেনেকৈ সেইবোৰ মানুহৰ মুখ বন্ধ কৰিব ? নিমিষাৰ চৰিত্ৰ কিমান ভাল সেই বিষয়ে কোনে চাবলৈ যাব ? আৰু, ভালকৈ ভাবি চাবলৈ গ'লে, এই প্ৰলোভনৰ মাজত থাকি এদিন যদি নিমিষাৰ মনৰো পৰিৱৰ্তন আহে, তেন্তে তাৰ কাৰণে বকুৱাই দায়ী নহ'ব নে ? যিটো মানুহক প্ৰথমতে নিমিষাই সহ্য কৰিব নোৱাৰিছিল, সেইটো মানুহৰ লৈতে এতিয়া সহজভাৱে নিমিষাই কথা পাতিবলৈ বাধ্য হোৱাটো বকুৱাৰ কাৰণেই হোৱা নাই জানো ? আজিয়েই এতিয়া নিমিষাক অকলে এৰি থৈ আহিছে। শৰ্মাই যদি এই সুবিধা গ্ৰহণ কৰে ? বকুৱাৰ মনটো চিৰিং কৰি গ'ল। সেই মানুহটোৱে কৰিব নোৱাৰা কাম একো নাই। বকুৱাৰ একো অনিষ্ট কৰিবলৈ এতিয়ালৈকে সুবিধা পোৱা নাই কেৱল বকুৱাৰ চৰিত্ৰৰ কাৰণে আৰু নিমিষাৰ মনৰ পৱিত্ৰতাৰ কাৰণে। বকুৱাই নিজকে বুজালে যে ইমানখিনি হ'বলৈ নিশ্চয় নোৱাৰে। তাৰ আগতে শৰ্মাৰ মূৰ গুড়ি কৰি দিব। কিন্তু সম্ভাৱনা যে আছে, সেইটো সত্য।

তাৰপৰা মিস্টাৰ পালৰ লগত বকুৱা গ'ল শ্যামবজাৰলৈ—কোনোবা এজনা আৰ্টিস্ট খবৰ কৰিবলৈ। মুঠতে পূৰা পাঁচ ঘণ্টাৰ মূৰত বকুৱা আহি পাওঁতে নিমিষাই তিতা পাৰেই আহি দুৱাৰ খুলি দি ক'লে : ইমান দেৰি কৰিলা ?

: মই বাৰু দেৰি কৰিলোঁ। কিন্তু তুমি গা ধুই ধুই মৰিব খুজিছা নেকি ?

কিবা এটা ক'ব খুজি নিমিষা ৰৈ গ'ল ! বকুৱাই লক্ষ্য কৰি ক'লে : কোৱা কি ক'ব খুজিছা ?

: নাই নালাগে। তোমাৰ খং উঠিব।

: নুঠে ; কোৱা।

: মই ক'ব খুজিছিলোঁ—মাৰিবলৈকে তুমি মোক কলিকতালৈ অনা নাছিলা জানো ?

: কেলেই সেইদৰে ক'ব খুজিছিলা ?

: ইতিমধ্যেই মই আধা-আধি মৰি গৈছোঁ যেন লাগিছে।

সঁচাকৈ, নিমিষাজনী যেন বীণাইছে। ক'লা পৰি গৈছে।

: তুমি আজিকালি মোৰ লগত নোখোৱাই হ'লা। কি খোৱা ? নে একেবাৰে খাবলৈ বাদ দিছা ?

নিমিষাই হঠাৎ ভয় খাই চিঞৰ মাৰি উঠিল। বকৰাই ব্যস্ত হৈ বাহুত ধৰি সুধিলে: কি হ'ল: তিতা কাপোৰেৰে থাকি জাৰ লাগিছে চাগৈ।

: নহয় হে। চাওঁ এৰি দিয়াচোন।

বকৰাই এৰি দিলে। ক'লে: তেন্তে কি হ'ল?

: মানে, মানে মাজে মাজে মোৰ আজিকালি বৰ ভয় লাগে।

বকৰাই আচৰিত হৈ সুধিলে: কিয়?

নিমিষাই এষাৰ এষাৰকৈ কথা যুকিয়াই তললৈ মুৰকৈ কৈ গ'ল: ঠিক বুজাব নোৱাৰোঁ। কিন্তু ভয় লাগে।

: বাৰু, এতিয়া মই আছোঁ নহয়, ভয় নাই।—বকৰাই ভাবিলে বকৰা ওলাই গ'লে বিপদত পৰে বুলিয়েই নিমিষাৰ ভয়। এতিয়া বকৰা ঘৰত থাকোঁতে কিহৰ ভয়?

: নহয় জানা, তুমি ওচৰত থাকিলে হে বেছি ভয় লাগে। তুমি মোক মৰম কৰিব খুজিলে বেছি ভয় লাগে। এতিয়া তুমি মোক বাহুত ধৰোঁতে মই ভয় খাই গ'লোঁ।

হঠাৎ নিমিষাই কান্দি দিলে। ফেকুৰি ফেকুৰি ক'বলৈ ধৰিলে: তোমাৰ মৰম মই ইমান বিচাৰোঁ। অথচ তুমি মোক কেনেকুৱা কৰিলা। তোমাৰ মৰমলৈ ভয় লগা কৰিলা। তুমি মোক খালা খালা খালা। তুমি মোক কি কৰিলা! উস্ বুলি ধাঁচকৈ পৰি গ'ল নিমিষা। বকৰাই ধৰিবলৈ সময়কে নাপালে। সাউৎকৰে বকৰাই নিমিষাৰ মূৰটো কোলাত লৈ মজিয়াতে বহি দিলে। নিমিষা অজ্ঞান। বকৰা বিবুদ্ধি হ'ল। নিমিষাৰ মূৰটো মজিয়াতে থৈ লৰালৰিকৈ পানী এবাটি আনি নিমিষাৰ চকুৰে-মুখে মাৰি দিলে। নিমিষাৰ মূৰটো আকৌ কোলাত ল'লে। হঠাৎ সাৰ পোৱাদি নিমিষাই চকু মেলি বিৰবিৰকৈ কৈ গ'ল: কি ক'লে? বকৰাৰ অভিনয় ভাল হ'ব? কাম শেষ হৈ আহিছে? আমি যাব পাৰিম? বকৰাৰ বিপদৰ ভয় নাই? বাৰু তেন্তে। ঠিক আছে। কিন্তু সাৱধান……

বকৰাৰ চকুপানী বৈ আহিল। "নিমি" বুলি জোৰেৰে সাৰটি ধৰি হুৰাওৰাকৈ কান্দি দিলে বকৰাই। কান্দি[illegible]লে: মই আদৰ্শ আদৰ্শ কৰি তোমাক চাবলৈ পাহৰি গৈছোঁ নিমি।

নিমিষাই লৰালৰিকৈ উঠি বকৰাৰ চকুপানী মচি দিলে। মুখেৰেও কৈ থাকিল: ধেৎ, তুমি একো কৰা নাই। মোৰ একো হোৱা নাই। মই তোমাৰ নিমি হৈ আছোঁ। ধেৎ, শুনা আকৌ, নাকান্দিবা! কান্দিলে হে তুমি মোক অন্যায় কৰা হ'ব।

নিমিষাৰ কথা কাণত পৰিছিল বকৰাৰ। বহাৰপৰা উঠিল বকৰা। শাড়ী এখন আনি দি ক'লে: প্ৰথমতে কাপোৰ সলোৱা। তিতা কাপোৰ পিন্ধি নাথাকিবা। তোমাৰ গাটোও গৰম।

বাধ্য ছোৱালীৰ দৰে নিমিষাই কাপোৰ সলালে। কথা বন্ধ হোৱাৰ পিচতো

বাগৰি থকা চকুপানী ছুয়ো ছুয়োকে মচি দিলে। কোনো কথা নপতাকৈ ছুয়ো বহুত পৰ মুখামুখিকৈ বহি থাকিল। তেতিয়া সন্ধ্যা প্ৰায় সাত বাজিছিল। বকৰাই ভাবিছে, কেনেকৈ ডাক্তৰ এজন অনা যায়! নিমিষাক এই অৱস্থাত অকলে এৰি যোৱাৰ ইচ্ছা নাই। হঠাৎ যদি আকৌ অজ্ঞান হৈ যায়। নিমিষাৰ কাৰণে শৰ্মাক একো অনুৰোধ বকৰাই কৰিব নোখোজে। কিবাকিবি বহুত সন্দেহ বকৰাৰ মনত থূপ খাইছে। কেনেকৈ কি কৰা যায় এতিয়া? নে বাতিপুৱালৈকে অপেক্ষা কৰিব? হঠাৎ বকৰাৰ মনত পৰিল ডাক্তৰ কাকতীৰ কথা। কলিকতাতে বহুত দিন ডাক্তৰি কৰি যোৱা মানুহ। আন ক'ববাত দেখুৱাবলৈ হ'লেও বুদ্ধি-পৰামৰ্শ দিব পাৰিব। নিমিষাকো লৈ গ'লে কেনে হয়? অকলে এৰি যোৱাতকৈ বহুত ভাল হ'ব। ডাক্তৰৰ ওচৰলৈ নিওঁ বুলিলেই পইচা খৰচ হোৱাৰ ভয়ত নিমিষাই আপত্তি কৰিবই। বকৰাই বুদ্ধি সাজিলে।

: নিমি, অলপ ফুৰি আহোঁ ব'লা। ভাল লাগিব।

: তোমাৰ এতিয়া কাম নাই?

: নাই।

: শৰ্মাই বিচাৰে যদি কিবা কাৰণত?

বকৰাৰ ক'বৰ ইচ্ছা হৈছিল, শৰ্মাই বিচৰালৈ তোমাৰ ইমান চিন্তা কিহৰ! কিন্তু বেচেৰীৰ অৱস্থাটো দেখি নক'লে।

: আজি বিচাৰিবলগীয়া একো নাই।

: ব'লা তেন্তে। তুমি···বাৰু, লগতে যওঁ, কোনোবা ৰেস্টুৰাঁত খাই আহিমইক। বাতি ৰান্ধিবৰ মন যোৱা নাই।

ধুনীয়াকৈ সাজি-কাচি ওলাল নিমিষা। বকৰাৰ ভাব হ'ল, এই মানুহজনীৰ বেমাৰ বুলি ডাক্তৰক কোৱাই টান হ'ব। কেৱল মুখলৈ ভালকৈ চালে বুজিব পাৰি যে মানুহজনীৰ গাত তেজ অকণো নাই।

আকাশৰ জোন-তৰাৰ লগত প্ৰতিযোগিতাত কলিকতাৰ বাটৰ দাঁতিয়ে দাঁতিয়ে, ঘৰে-বাহিৰে থকা লাইটবোৰ জিলিকিছে। সেই লাইটবোৰ পাৰ হৈ মানুহৰ চকু আকাশলৈ যাবই নোৱাৰে। কিছুদূৰ খোজকাঢ়ি যোৱাৰ মন গৈছিল বকৰাৰ। কিন্তু নিমিষা ভাগৰি পৰিল। এখন টেক্সি পাই ছুয়ো উঠিল। নিমিষা ইমান ভাগৰি পৰিছিল যে টেক্সিত উঠিয়েই এলাই পৰিল।

ডাক্তৰ কাকতীৰ কেম্পৰ আগত টেক্সি ৰখাই বকৰাইত নামিল। পকা দেৱালেৰে ঘেৰা আহল-বহল বাৰীৰ মাজত ডাঙৰ ঘৰটোলৈ চাই নিমিষাই কাৰ ঘৰ সুধিলে। নগাঁৱৰে এজন চিনাকি মানুহ আছে বুলি বকৰাই ক'লে। চিনেমা কৰিবলৈ অহা মানুহ বুলি বকৰাই ইচ্ছা কৰি নক'লে। চিনেমাৰ মানুহ বুলি ক'লেই নিমিষা সোমাবই নুখুজিব বুলি বকৰাৰ সন্দেহ হ'ল।

চকীদাৰটোক ডাক্তৰ কাকতীৰ কথা সুধিলত সি ছুয়োকে বাট দেখুৱাই লৈ গ'ল। ভাগ্য ভাল যে 'ডাক্তৰ' শব্দটো নিমিষাই মন নকৰিলে। এটা আহল-বহল

কোঠাত বেৰৰ দুৱাৰখনৰ বহি ডাক্তৰ কাকতী আৰু তেখেতৰ পৰিয়ালৰে কথা পাতি আছিল। বৰুৱাক দেখিয়েই কাকতীয়ে মৰমেৰে মাতিলে: আহা জীৱন। এইমাত্র এওঁক কৈছিলোঁ অলপ আগতে তুমি কেমেৰামেন পালৰ লগত আহিছিলা বুলি। অ', শ্রীমতীকো লৈ আহিছা বুলি কোৱা নাই কেলেই? লোমাই আহা। বহা বহা। এওঁৰ নাম কি? নিমিষা। বাঃ, বৰ ধুনীয়া নাম। হেৰা, নিমিষা তেন্তে তোমাৰ আলহী, আৰু এওঁ জীৱন বোপা মোৰ। নিমিষাক তোমাৰ মহললৈ নিয়া। তেওঁ আমাৰ কথাত কি বস পাব?

ডাক্তৰ কাকতীৰ পৰিয়ালে নিমিষাক গালে-মুখে মৰম কৰি ভিতৰলৈ লৈ গ'ল। গোটেই কেম্পটোত এটা ঘৰুৱা পৰিৱেশ। আন কথা পতাৰ আগতে নিমিষা নথকাৰ সুযোগ লৈ বৰুৱাই ডাক্তৰ কাকতীক নিমিষাৰ অসুখৰ কথা ক'লে। কাকতীয়ে আশ্বাস দি ক'লে: বাক বহা, চাম বাক। এনেয়েও হ'ব পাৰে। একো ভয় নাই। এঃ, তুমি কোন কবি দিয়া হ'লে মৰেই গ'লোঁহেঁতেন নহয়।

এৰা, হুলস্থুলত বৰুৱাৰ মনতে পৰা নাছিল যে ডাক্তৰ কাকতীক কোন কৰিও মাতিব পাৰি।

চাহ আৰু খোৱাবস্তু লৈ কাকতীৰ পৰিয়াল ওলালহি। শকতকৈ মৰমহা মিঠা মানুহগৰাকী। পাচে পাচে নিমিষা। হাঁহি হাঁহি তেখেতে বৰুৱাক ক'লে: নিমিষাৰ দেখিছোঁ বৰ মৰম তোমালৈ। অকণমান বহিয়েই তোমাক চাই থাবলৈ উঠিছিল। মই কিয় বুলি সুধিলত কৈছিল, তুমি খং উঠি গুচি যাব পাৰা বুলি। মই চাহ কৰোঁতেও তুমি কিমান চেনি খোৱা, কি খাই ভাল পোৱা, কৈয়েই থকা নাই। বৰ মিলিছা দুইটা।

নিমিষাই লাজতে তলমূৰ কৰিলে। এটাও কথা নোকোৱাকৈ বৈ থাকিল।

: দেখিলা নহয়? ব'লা এতিয়া চাহ খোৱাগৈ তুমিও।—এইবুলি নিমিষাক মুখত হাত ফুৰাই কাকতীয়নীয়ে লৈ গ'ল। স্ত্রী-পুৰুষক একেলগে চাহ দিয়াৰ আধুনিকতা কাকতীৰ তাত চলা নাই। হঠাৎ কাকতীয়ে সুধিলে: নিমিষা প্রেগনেন্ট নেকি?

বৰুৱাই লাজ কৰি ক'লে: নহয়।

: আগৰেপৰা এনেকুৱা তেজ নাইকিয়া নে?

: নহয়, আজি এমাহমানৰপৰা হে।

: তেজ নোহোৱাৰ কাৰণেই দুৰ্বল। তাতে খং উঠি চাগৈ অজ্ঞান হৈ গ'ল।

: হ'ব পাৰে। কিন্তু ভয়টো যে ইমান বেছি হৈছে।

: বাক, চাম বাক।

চাহ খাই নিমিষা ওলাই আহিল। পাচে পাচে হাঁহিমুখে কাকতীয়নী।

: হেৰা জীৱন, এওঁ মোক কি সুধিছে জানা? মোক কি বুলি মাতিব সুধিছে।

বৰুৱাই সুযোগটো ল'লে। ক'লে: এখেতসকলক মই খুড়া আৰু খুড়ী বুলি

মাতোঁ। আমাৰ একেবাৰে আপোনেই বুলিবা। নগাঁৱত আমাৰ একে চুবুৰিতে ঘৰ—আমোলাপট্টিত।

: ময়ো ভাবিছিলোঁ, খুব আপোন সম্বন্ধ এটা ধৰিব বুলি। ইমান ভাল লাগিছে। এখেতসকলেও চিনেমা কৰিব বোলে। কিন্তু আমাৰ তাতকৈ ইমান বেলেগ কিয়? ইয়াত ইমান ভাল লাগে।

: শুনা, খুড়া ডাক্তৰ, জানা নহয়?

: এতিয়া জানিছোঁ।

: তোমাক দেখুৱাও বুলি লৈ আহিছোঁ।

: মোৰতো একো হোৱা নাই।

: গলহেকাৰি মাৰি কাকতীয়ে ক'লে: বাক বাক, মোৰ ভতিজা বোৱাৰীজনীৰ কি হৈছে মই নিজেই চাম, তোমালোকে তৰ্ক কৰিব নালাগে। জীৱন, হেৰা তুমিও খুড়ী-শাহু, তোমালোক দুয়ো ওলোৱাচোন। বহা-কোঠালৈ যোৱা। মই ইয়াতে ডাক্তৰি আৰম্ভ কৰোঁ।

কাকতীৰ কথাৰ ভংগিত নিমিষাই হাঁহি দিলে। বকুল আৰু কাকতীয়নী আগফালৰ বহা ঘৰ পালেগৈ।

প্ৰায় আধা ঘণ্টা। কাকতীয়নী আৰু বকুলাই কাকতীৰ ৰোগী চোৱা শেষ হোৱালৈ অপেক্ষা কৰি থাকোঁতে বিশেষ একো কথা পতা নাছিল। এনেয়ে সময় কটাবলৈ ইটো-সিটো কথা পাতি আছিল। মাত্ৰ মাজতে কাকতীয়নীয়ে ক'লে: দুয়ো ভাত খাই যাবা। ঘৰত বাখিলেগৈ হে হ'ব। নিমিষাক ক'লত ভাই তালৈই পাইছে বুলি ক'লেই। সৰল ছোৱালী বেচেৰী। মনৰ কথা লুকুউৱা নাই; কৈ দিছে।

আকৌ এবাৰ ক'লে: নিমিষাক চাইছে বুলি ভাবিছা হ'বপায়? কিবা ফুচুৰি কথা উলিয়াই হাঁহি আছে চাগৈ। তেখেতে কেনেকৈ বেমাৰী চায় মই জানো নহয়। কথা পাতিবলৈ পালে একো নালাগে।

এইবোৰ কথা পাতি থাকোঁতেই কাকতীৰ চেণ্ডেল চোঁচোৰাই অহা শব্দ শুনা গ'ল। পিঠিত থপৰিয়াই থপৰিয়াই নিমিষাক আনি কোঠাটোৰ মাজত থিয় কৰাই ক'লে: কি বেমাৰটো হ'ব? একো নাই। মই আকৌ বোলোঁ মোৰ জানে চুকি পোৱাৰ ভিতৰৰ বেমাৰ নহে নাজেই পাওঁ নেকি? জীৱন বোপা, তুমি দেখিছোঁ কেতিয়াবা গাখীৰবোৰ বগা দেখিছা বুলিও চিকিৎসা কৰাবলৈ আহিবা—গাখীৰ বগা হোৱাটোও বেমাৰ বুলি ভাবি।

কাকতীৰ লগতে নিমিষাকে আদি কৰি সকলোৱে প্ৰাণ খুলি হাঁহিলে। নিমিষাই যে হাঁহি ৰাখিবকে নোৱাৰে। কোনোমতে হাঁহি বন্ধ কৰি ক'লে: বহুত দিনৰ মূৰত ইমানকৈ আজি প্ৰথম হাঁহিলোঁ।

: হ'ব্য, হ'ব্য। হবৰ হিচাপে এওঁলোকক ইয়াতে ভাত খুৱাই পঠিয়ালে কেনে হয়?

: আপুনি নালাগে ক'ব। মই আগতেই ক'লোঁ।—কাকতীয়নীয়ে গৰ্বেৰে ক'লে।

: তেন্তে এওঁক হাঁহি হাঁহি বহি থাকিবলৈ দিছা কেলেই? বন্ধা-বঢ়াত লগাই দিয়াগৈ। আৰু, আমাৰ অভিনেত্ৰী-অভিনেতাসকলৰ বিকিজম আছে, তেওঁলোককো চিনাকি কৰাই দিয়া।

হঠাৎ নিমিষাই আপত্তি কৰি ক'লে : নালাগে। চিনেমাৰ মানুহ লগ পাই আমনি লাগিছে। আজি ভাত বন্ধাতে আপোনাক সহায় কৰি দিওঁ।

: বেচ লেয়ে হওক। কিন্তু কি ক'লা তুমি? চিনেমাৰ মানুহ বেয়া পোৱা? ময়ো—আমিও দেখোন চিনেমাৰ মানুহ হে!—অভিনয়ৰ ভংগিৰে নিমিষালৈ কুঁজা হৈ চাই কাকতীয়ে ক'লে।

: আপোনালোকৰ কথা একেবাৰে বেলেগ।—নিমিষাই সঁচাকৈ অন্তৰৰপৰা ক'লে।

নিমিষাক লৈ কাকতীয়নী ওলাই গ'ল। তেওঁলোক গ'লত কাকতী গহীন হ'ল। বকৰাক মাতিলে : আহা।—দুয়ো আকৌ কাকতীৰ কোঠাটো পালেগৈ।

বকৰাক প্ৰথম সুধিলে কাকতীয়ে : তুমি অকল বয়সত হে ডেকা, নে ডেকাৰ সাহো আছে? মানে, তোমাক যদি মই এতিয়া কওঁ যে তুমি এদিন মৰিবা, তেন্তে তুমি ভয়তে আগতে মৰাৰ নিচিনা হ'বা নেকি?

হাঁহি বকৰাই উত্তৰ দিলে : নহওঁ।

: তেন্তে বেচ। শুনা তেন্তে।—এইবুলি কাকতীয়ে গুপুত কথা কোৱাদি কৈ গ'ল যে ভয়ৰ বিশেষ কাৰণ নাই যদিও কাকতীয়ে নিমিষাক ভালকৈ কিছুদিন চিকিৎসা কৰাব লাগে বুলি ভাবে। এতিয়াই। দেখাত নিমিষাৰ কেৱল এনিমিয়া আছে। কিন্তু, কাকতীৰ খুব সন্দেহ যে নিমিষাৰ মানসিক কিবা অসুখ হৈছে। নাই, বলিয়া হোৱা নাই। কিন্তু কিবা অসুখ হৈছে। ইয়াৰে ভাল চাই মানসিক ৰোগ-চিকিৎসক এজনক কাইলৈ নিমিষাক দেখুৱাবা। নহ'বও পাৰে; কিন্তু সন্দেহ আঁতৰাই থোৱা ভাল। অকলশৰীয়া হৈয়েই বোলে নিমিষাই প্ৰথম কাকতীক সুধিলে বকৰাৰ অভিনয় ভাল হ'ব নে? তাৰ পিচত, বকৰাৰ কিবা বিপদ আছে নেকি, বকৰাক কোনোবাই অনিষ্ট কৰিব নেকি, সোনকালে ছবি শেষ কৰি ঘৰলৈ যাব পাৰিব নেকি—আদি প্ৰশ্ন। সকলো প্ৰশ্নৰে উত্তৰ নিমিষাই বিচৰাৰ নিচিনাকৈয়ে কাকতীয়ে ইচ্ছা কৰি দিলে। তাৰ পিচত নিমিষাই ভয় কৰি কাষতে থকা চালপীৰাখনত ওপৰলৈ মুখকৈ পৰি দিলে। "মই পৰীক্ষা কৰিবলৈ তুমি শুব নালাগে, উঠা" বুলি কাকতীয়ে ক'লত নিমিষাই আচৰিত হৈ ক'লে, "আপুনি হে ষোক গঁতা মাৰি ইয়াত পেলাই দিলে।" এইবোৰ অসংলগ্ন কথা বৰ ভাল লক্ষণ নহয়। তাৰ পিচতো প্ৰশ্ন কৰি কাকতীয়ে বুজিলে যে অকলে বকৰাৰ লগত থাকিবলৈ নিমিষাৰ ভয় লাগে—বিশেষকৈ বকৰাই জোৰ কৰি মৰম কৰে বুলি। আনকি সেই ঘৰটোত ৰাতি বকৰাৰ লগত অকলে থাকিবলৈও ভয় কৰে। এই লক্ষণটোকে এটাইতকৈ বেয়া দেখিছে ডাক্তৰ কাকতীয়ে।

সকলো কৈ উঠি কাকতীয়ে ক'লে : আন মানুহ হোৱা হ'লে নৰ্ক'লোঁহেঁতেন।

ভয় খাব পাৰেতো মানুহে। তুমি পিচে ভয় খোৱা মানুহ নহয় যেন লাগি হে কৈছোঁ। বিশেষকৈ, তুমি ইয়াত অকলে আছা যেতিয়া, বোগটোৰ বিষয়ে জানি থলে বেছি যত্ন ল'ব পাৰিবা। এতিয়াই ধৰা, নিমিষাক কেতিয়াও একেখন বিচনাত শুবলৈ নাযাতিবা। তাই আকৌ অজ্ঞান হ'ব পাৰে। সজ্ঞানে "বাধা দি ৰাখিব নোৱাৰিলেই অজ্ঞান হৈ নজনা হৈ থাকিবলৈ বিচাৰিব।

কি ভাগ্যৰ বলত কাকতীৰ ওচৰলৈ অহাৰ কথা বকৰাই ভাবিলে বাৰু? আহি কিমান উপকাৰ হ'ল বকৰাই এতিয়া হে বুজিলে। মানসিক কিবা বিকৃতি হ'বলৈ আৰম্ভ হৈছে বুলি বৰুৱাৰ দৃঢ় বিশ্বাস হ'ল। কাৰণ, আজি কিছুদিনৰপৰা নিমিষাৰ এটাইবোৰ পৰিৱৰ্তন হঠাৎ মনত পৰি গ'ল। কাকতীৰ স'তে কথা পাতোঁতে মাজে মাজে বৰুৱা অন্যমনস্ক হৈ গ'ল। এবাৰ কাকতীয়ে বকৰাক ক'লে: আহাচোন জীৱন, এওঁলোকে কি ভোজ ৰান্ধিছে চাওঁগৈ।

দুয়ো গৈ দেখে, ৰন্ধা শেষ কৰি নিমিষাই-কাকতীয়নীয়ে বহি লৈ কথা পাতিছে। নিমিষাই কাপোৰ সলাই কাকতীয়নীৰ এযোৰ পিন্ধি লৈছে। কাকতীয়ে ক'লে: তুমি দেখোন কাপোৰ সলালা? বহিবলৈ পালেই শুবলৈ বিচৰাটো কৰিব খুজিছা নেকি?

: থাকিম ইয়াতে। বেয়া পাব নেকি?

: সেইটো ভাবি চাব লাগিব। হয় নে হেৰা, এওঁবিলাকক ৰাতিখন নো পঠিয়াই দিওঁ কেনেই? তোমাৰ কোঠাতে নিমিষা, আৰু মোৰ তাত জীৱন দেখোন মাটিয়ে-বালিয়ে পৰি থাকিব পাৰে।

: পৰি থাকিব পাৰে আৰু কি? থাকিবই। ৰাতিখন অকলে কিয় পঠিয়াম?

সক ছোৱালীৰ দৰে আনন্দতে হাত চাপৰি মাৰি নিমিষাই ক'লে: খুব ভাল হ'ব। কিন্তু আপোনালোকক প্ৰথম দিনাই বৰ আমনি দিছোঁ নেকি!

: হেঃ। আচল কথাটো কি নাজানা? আমাৰ ইয়াত মুঠতে ত্ৰিশজন মানুহ আছিল। আজি পোন্ধৰজনমান কাম শেষ কৰি গ'লগৈ। খালী খালী লাগিছে। এনেয়ে আই ইমানখিনি যৰম নকৰোঁ। হয় নে জীৱন, তোমাৰ ফ্লেটত আকৌ চুৰি হ'ব পৰা কিবা বস্তু আছে নেকি? তাততো আৰু কোনো নাই।

নিমিষাই ভপৰাই ক'লে: মোৰ টকাখিনি, কাপোৰবোৰ!! আঙঠি দুটা আৰু চেইন এডালো আছে।

: এ, সেইটো যে বৰ ভাল কথা নহ'ব। কলিকতাত একো বিশ্বাস নাই। তোমালোকক যাবলৈ দিবৰ মন যোৱা নাই; কিন্তু···

কাকতীয়নীয়ে সহজভাৱে ক'লে: কিহৰ কিন্তুটো আকৌ! কিনো তেওঁলোকক চিৰদিনীয়া ঘৰখন। দামী বস্তু থকা বাকচ যি দুই-এটা আছে, এতিয়া জীৱন গৈ লৈ আহিব পাৰে দেখোন। কেইমিনিট নো লাগিব!

ভয় খোৱাৰ দৰে থিয় হ'ল নিমিষা। ক'লে: যয়ো যাওঁ। তেওঁ অকলে যাব নালাগে।

: কিয় ?—কাকতীয়ে ডাক্তৰৰ চোকা চাৱনিৰে চাই সুধিলে।

: ভয় লাগে।—সৰুকৈ ক'লে নিমিষাই।

ডাক্তৰকৈ হাঁহি দিলে কাকতীয়ে : বাৰু, মই যাওঁ ; লগতে চকীদাৰটোও লৈ যাওঁ। তেতিয়া তুমি খোৱাতকৈ বেছি কাম হ'ব নেকি ? চকীদাৰটোৱে বাকচকিটা টেক্সিলৈ লৈ আহিব পাৰিব। তুমি নিজে হে বোজা এটা হ'বা।

নিমিষাই যেন বৰ ডাঙৰ বিপদ এটাৰপৰা ৰক্ষা পালে। ডাগৰ পলুউৱা দীঘলীয়া উশাহ এটাৰ পিচত বহি লৈ ক'লে,

: ভালেই হ'ল। মই খুড়ীৰ লগত কথাকে পাতোঁ। বহুত দিন কথা পতা নাই। আপোনালোকে কিন্তু দেৰি নকৰিব।

সঁচাকৈ টেক্সিত বৰুৱা, চকীদাৰটো আৰু কাকতী গৈ বৰুৱা-নিমিষাৰ কাপোৰ-বিচনা-বাকচ আদি সোপাকে লৈ আহিলগৈ—ৰান্ধনি-ঘৰৰ বস্তুৰ বাহিৰে বাকী নকলো। বৰুৱাই মাল-বস্তু লৈ অহা কোনেও লক্ষ্য কৰাও নাছিল। আহোঁতে এবাৰ আৰু যাওঁতে এবাৰ টেক্সিত কাকতীয়ে মুঠতে দুবাৰ বৰুৱাক একেটা কথাকে ক'লে : বৰুৱাক বস্তুবোৰ নিবলৈ পঠিওৱাৰ কথা ওলাওঁতে ভয় খাই নিমিষাও ওলোৱাটো খুব স্বাভাৱিক কথা নহয়। তথাপি, নিমিষাৰ অসুখৰ চিন্তা মুৰত লৈও সেইদিনা কাকতীৰ কেম্পত বৰুৱাৰ বৰ ভাল টোপনি আহিল। কাকতীৰ আশ্ৰয় পাই যেন বৰুৱাৰ বহুত ভয় আঁতৰি গ'ল। পিচদিনা পুৱা নিমিষায়ো ক'লে—ৰাতি এবাৰো সাৰ নোপোৱাকৈ বোলে তেওঁৰ টোপনি আহিছিল। কাকতীয়নীয়ে কিন্তু নিমিষাই হুঁতনাকৈ কৈছিল—ৰাতি নিমিষাই বোলে কিবাকিবি চিঞৰিছিল আৰু দুবাৰ বৰুৱা বুলি ভাবি কাকতীয়নীক ঠেলা মাৰি নিজে বিচনাত বহি দিছিল।

পুৱাই কিন্তু নিমিষাক ইমান সতেজ-সবল আৰু নিশ্চিন্ত যেন লাগিল যে বৰুৱাৰ মনটো ভাল লাগি গ'ল। ইমান মুকলি মনেৰে নিমিষাক থকা যেন বৰুৱাই কেতিয়াও দেখা নাই।

॥ পাঁচ ॥

আজি এসপ্তাহ হ'ল, নিমিষাক চিকিৎসা কৰিছে এজন চাইকোথেৰাপিস্টে—নিজৰ ভিত্তৰৰা চিকিৎসালয়, 'মেণ্টেল নাৰ্চিং হোম'ত ৰাখি। আজি আঠ দিন আগতে যে বকৰা-নিমিষা কাকতীৰ কেম্পলৈ আহিল, তাৰ পিচত আৰু ঘূৰি যোৱা নাই। এতিয়া নিমিষা নাৰ্চিং হোমত আৰু বকৰা কাকতীৰ লগত। কাকতীৰ ঘৰলৈ অহাৰ পিচদিনাই ডাক্তৰ কাকতীয়ে নিজৰে ভালকৈ চিনাকি বন্ধু মানসিক-চিকিৎসক এজনক লগ ধৰি নিমিষাক চিকিৎসাৰ কাৰণে দি দিলে। বুদ্ধি কৰি ফুৰিবলৈ বাওঁ বুলি নি নিমিষাক থৈ অহা হ'ল। থৈ অহাৰ পিচত আজি প্ৰথম নিমিষাক লগ পাবলৈ দিব বকৰাক।

কাকতীৰ ঘৰলৈ অহাৰ পিচদিনাই শৰ্মাই লগত দল-বল লৈ আহি ডাক্তৰ কাকতীৰ আগত দপ্‌দপাইছিলহি—বকৰাই টকা-পইচাৰ গণ্ডগোল কৰি আহিছে, বকৰাক এশিকনি দিব, পুলিচত দিব ইত্যাদি বুলি। ডাক্তৰ কাকতীয়ে নিজৰ স্বভাৱসুলভ গাম্ভীৰ্যেৰে শৰ্মাক সেইদিনা জনাই দিছিল যে তেখেতে যিখিনি অন্যায় এতিয়ালৈকে কৰিছে, তাৰ সীমা নাই। আকৌ নতুনকৈ কিবা কৰিবলৈ গ'লে জেলত সোমাব লাগিব। শৰ্মাৰ সকলো ফাকি-ফুকা জানে বুলিও জনাই দিলত মানুহটো মেকুৰী যেন হৈ ওলাই গ'ল। আনকি ইমান লেও মানি গ'ল যে ফ্লেটটোত বকৰাই এৰি অহা সাম-সাকতিখিনিও ডাক্তৰ কাকতীৰ নিৰ্দেশমতে পঠিয়াই দিলেহি। সেইদিনা শৰ্মাই আহিয়েই দপ্‌দপাই কোৱা কথাবোৰ ভিতৰৰপৰা শুনি থাকি বাৰে বাৰে নিমিষাই বকৰাক কৈছিল: মই শৰ্মাৰ লগত অকলে কথা পাতিলে শান্ত কৰিব পাৰিম। তুমি নোলাবা। শৰ্মা ওলাই যাওঁতে ময়ো ওলাই গৈ বাটত লগ ধৰি সকলো ঠিক কৰি পেলাম। তেতিয়া তেওঁ তোমাৰ একো অপকাৰ নকৰে। তেওঁক কেনেকৈ বুজাব লাগে মই জানো। এইবোৰ কথা শুনি বকৰা অবাক হৈছিল। শৰ্মাৰ লগত নিমিষাৰ ইমান আন্তৰিকতা কেতিয়াৰপৰা হ'ল যে নিমিষাই অকলে লগ ধৰি শৰ্মাক বুজাই শান্ত কৰিব পাৰে? বকৰাৰ মনত ঘোৰ সন্দেহে ঠাই ল'লে। কেবাদিনো নিমিষাক অকলে ঘৰত এৰি যোৱা দিনবোৰত শৰ্মাই নিমিষাৰ লগত এই সম্বন্ধ স্থাপন কৰিলে নেকি? প্ৰথমতে শৰ্মাক অতি বেয়া পাইছিল নিমিষাই। ঘিণ কৰিছিল। এনেকুৱা তীব্ৰ ঘিণেই নিবিড় ভালপোৱালৈ ৰূপান্তৰিত হোৱা ঘটনাতো পৃথিৱীত বিৰল নহয়। তেন্তে বকৰাক অকলে যাবলৈ দিবলৈ ভয় লাগে বুলি কৈ কৈ নিমিষাই সদায় শৰ্মাক চাবলৈকে যায় নেকি? শৰ্মাৰ ঘৰত গৈ বকৰা ব্যস্ত হৈ থাকোঁতে নিমিষা অসীম ধৈৰ্যেৰে বহি থাকেগৈ অকল শৰ্মাৰ কাৰণেই নেকি? ব্ৰত কৰা বুলি নিমিষাই যে বকৰাৰ লগত শুবলৈ এৰি দিলে, শৰ্মাক অৰ্পণ কৰা সেই দেহা বকৰাৰ স্পৰ্শেৰে অপবিত্ৰ নকৰিবৰ কাৰণেই নেকি? তেন্তে এতিয়াও বকৰাৰ লগত কিয় আছে? কিয় শৰ্মাৰ লগত

